# ব্ৰিটিছ কুইন

স্নিগ্ধমালতী নেওগ

BRITISH QUEEN, a collection of short stories in Assamese, written by Snigdhamalati Neog, and published by Jitendranath Barooah, Jorhat, Assam.

প্ৰকাশক
শ্ৰীজিতেন্দ্ৰনাথ বৰুৱা
যোৰহাট, অসম

পৰিবেশক : নিউ বুক ষ্টল, পানবজাৰ, গুৱাহাটী

বেচ ৬·৫০ টকা মাথোন

মুদ্ৰক
শ্ৰীকালীচৰণ পাল
নবজীৱন প্ৰেছ
৬৬ গ্ৰে ষ্ট্ৰীট
কলিকতা-৭০০০০৬

## মোৰ কথা

ঘাত-প্ৰতিঘাতত উজুটি খাই খাই মানুহে জীৱনৰ বাটত বাট বুলে। গতিশীল মানুহৰ জীৱন, ৰ'বলৈ আহৰি নাই। প্ৰতিকূল পৰিস্থিতিয়ে বিভিন্ন ৰূপ লৈ জীৱন-পথত প্ৰতিবন্ধকৰ সৃষ্টি কৰে। যুঁজি যুঁজি আমি গৈ থাকোঁ, গৈয়ে থাকোঁ। কিছুমানে আধা বাটতে হাৰ মানি ভাগ্যৰ ওচৰত নতশিৰ হওঁ; আৰু কিছুমানে মৰি মৰিও জীয়াই থাকোঁ, মাথোঁ জীয়াই থকাৰ কাৰণেই।

হাঁহি হাঁহিও মোৰ গল্পৰ নায়ক-নায়িকাবোৰে মাথোন মৃত্যুলৈকে বাট চাই থাকে। সিহঁতৰ জীৱনলৈ অহা সুখ-স্বাচ্ছন্দ্য, হাঁহিৰ উজ্জলতাই, মনত আশাৰ সঞ্চাৰ নকৰে; কৰিলেও খন্তেকলৈহে। তেওঁলোকৰ কাৰণে "Happiness is an occasional episode in the great drama of pain."

এয়া মোৰ প্ৰথম পাতনিখন লিখিবলৈ লৈছো। কি লিখিম, কি নিলিখিম বুলি মনত এটা দোধোৰ-মোৰ ভাব লৈ থাকোঁতে, হঠাৎ চকুত পৰিল মোৰ গল্প লিখি থোৱা এখন পুৰণা বহিত। এটা গল্পৰ ওপৰত দাদাৰ হাতৰ আখৰ। আখৰকেইটা ৰঙা পেঞ্চিলেৰে লিখা, "স্নিগ্ধমালতী সাহিত্যকনী, আধাপাগলী।" আকৌ কোনোটো গল্পৰ ওপৰত ডাঙৰ ডাঙৰ আখৰেৰে লিখিছে, "Not fit to be published"; এঠাইত লিখিছে "Rejected". এইবোৰ দেখি মই হাঁহিমেই নে কান্দিমেই ঠিক কৰিব নোৱৰা অৱস্থা হৈ বহিখন আৰু জুইছলা বাহটো হাতত ল'বলৈ ধৰোঁতেই মোৰ ভনী নৱমালতীয়ে মোৰ হাতৰপৰা জুইছলা বাহটো কাঢ়ি লৈ, বহিখনক নিশ্চিত মৃত্যুৰ মুখৰপৰা ৰক্ষা কৰিলে।

সাধাৰণতে মই নিশা সকলো শোৱাৰ পিছত, লুকাই-চুৰ কৰি গল্পবোৰ লিখিছিলো। ৰাতি আবেগ আৰু অনুভূতিৰে লিখা মোৰ গল্পবোৰ পঢ়ি, ৰাতিপুৱা মোৰ নিজলৈকে নিজৰ লাজ লাগিছিল। দেউতাৰ আগত কেতিয়াবা কোনোবাই মোৰ গল্পৰ কথা ক'লেতো মোৰ কাণ-মূৰ গৰম হৈ "ফাট দিয়া বসুমতী পাতালে লুকাওঁ" অৱস্থা হয়। অৱশ্যে মোৰ এই লাজখিনি কাটি নকৰি দেউতাক গল্পবোৰ নেদেখুওৱা হ'লে মোৰ এই কিতাপ আৰু কোনো দিনেই ছপা হৈ নোলালহেঁতেন।

মা অৱশ্যে সদায়ে মোৰ গল্পৰ প্ৰশংসাত পঞ্চমুখ। কোনো এজন মানুহ আমাৰ ঘৰলৈ আহিবহে লাগে, মাই কয়, "যাচোন, তোৰ সেই নতুনকৈ লিখা গল্পটো পঢ়ি শুনা।" মই যাওঁ নেযাওঁকৈ গল্প আনিবলৈ ভিতৰলৈ সোমাই যাওঁ; কিন্তু আলহীক ঠিকেই গল্প পঢ়ি শুনাওঁ। আলহী যোৱাৰ পিছত মাৰ ওচৰত অভিমান-মিহলি খং দেখুৱাওঁ। বেছিকৈ কথা নোকোৱা দেউতাৰপৰাও মায়ে জোৰ কৰি হ'লেও দুটামান কথা উলিয়াইহে এৰিব, কয় "হেৰি, শুনিছেনে, আমাৰ মনৰ 'দৈনিক অসম'ত ওলোৱা গল্পটো পঢ়ি চাবচোন! সকলোৱে ভাল হৈছে বুলি কৈছে" (লাগিলে কোনেও নকওকেই)। ল'ৰা-ছোৱালীৰ মুখৰ আগত গুণ গোৱাত দেউতা হ'লে মাৰ ওলোটা। উপায় নেপায়ে হয়তো কয়, "ও, বেয়া হোৱা নাই।"

এনেকৈ ঘৰৰ মানুহখিনিৰ বাহিৰেও আৰু বহুতে মোক উৎসাহ যোগাইছিল। তাৰ ভিতৰত শ্ৰদ্ধেয় শ্ৰীকমলেশ্বৰ চলিহা ককাদেউতাৰ নাম উল্লেখ নকৰিলে হয়তো এই পাতনিখনেই অসম্পূৰ্ণ হৈ থাকিব। 'দৈনিক অসম'ৰ সহ-সম্পাদক শ্ৰীফণী তালুকদাৰ পেহাদেৱে মোৰ গল্প 'ব্ৰিটিছ কুইন' 'দৈনিক অসম'ত ছপা কৰি মোক পঢ়ুৱৈ-সমাজৰ চকুৰ আগত দাঙি ধৰাৰ কাৰণে মই তেখেতৰ ওচৰত চিৰকৃতজ্ঞ। পুথিৰ বেটুপাত আঁকিছে শ্ৰীভৱানীপ্ৰসাদ সৌকাধৰাই। তেখেতলৈ মোৰ অশেষ ধন্যবাদ। তাৰ উপৰিও গল্পবোৰ নকল কৰি দিয়াৰ কাৰণে মোৰ বাইদেউ শ্ৰীমতী মধুমালতী বৰুৱা আৰু আমাৰ স্কুলৰ ছাত্ৰ শ্ৰীমান অজিত আৰু ফিৰোজলৈ মোৰ মৰম ৰ'ল। আমাৰ ল'ৰা জিতু দাদাৰ বিশেষ সহায় নোপোৱা হ'লে হয়তো 'ব্ৰিটিছ কুইনে' পোহৰৰ মুখ নেদেখিলেহেঁতেন। তেওঁৰ উৎসাহ আৰু আগ্ৰহ মই নশলাগি নোৱাৰোঁ।

বিভিন্ন আলোচনী, বাতৰি-কাকতত সিঁচৰতি হৈ থকা মোৰ গল্পকেইটা একেলগে গোটাই "ব্ৰিটিছ কুইন"ক সজাইছো। সেই কাকতসমূহৰ সম্পাদকক সেই দেখি আন্তৰিক ধন্যবাদ জ্ঞাপন কৰিছো।

সৈনিক স্কুল
গোৱালপাৰা
২৪ আগস্ট ১৯৭৮

**স্নিগ্ধমালতী নেওগ**

দেউতা আৰু মাৰ আশিষেৰে

# সূচীপত্ৰ


| বিষয় | | পিঠি |
|---|---|---|
| ব্ৰিটিছ কুইন | ... | ১ |
| নিঃসঙ্গতা মোৰেই সঙ্গী | ... | ৭ |
| যাৰ বাবে মৌমাখিৰ গুণগুণনি | ... | ১৮ |
| এই মতামানুহবোৰ | ... | ২৪ |
| নাইটমেয়াৰ | ... | ৩০ |
| প্ৰহৰী | ... | ৩৬ |
| মুহূৰ্ত | ... | ৪০ |
| মহিমা | ... | ৪৫ |
| প্ৰহেলিকা | ... | ৫০ |
| মই বন্দী হৈ আছো এটি সজাত | | ৬০ |
| মৰম যদি নহয় মৰম | ... | ৬৫ |
| সজাৰপৰা মুক্ত হোৱা মই এটি বিহঙ্গ | ... | ৭২ |
| তাচপাতৰ ঘৰ | ... | ৭৮ |
| অনন্যা | ... | ৮৫ |
| এপিটাফ | ... | ৯৫ |
| অব্যক্ত | ... | ১০৪ |
| অভিশপ্তা | ... | ১০৯ |

# ব্ৰিটিছ কুইন

বাৰাণ্ডাখনৰ চাৰিওকাষেদি বগাই যোৱা ব্লিডিং-হাৰ্টজোপালৈ অপলক দৃষ্টিৰে চাই বৈছিল তাই। তাই ভাবিছিল, ব্লিডিং-হাৰ্ট ফুলবোৰৰ বুকুৰপৰা জানো তেজ ওলায়? ক'তা, নোলায় দেখোন! তথাপি ফুলজোপাৰ নাম হ'ল ব্লিডিং-হাৰ্ট। বগা ফুলপাহৰ মাজত থকা ৰঙা কেশৰডালৰ কাৰণেই হয়তো ফুলপাহৰ নাম হ'ল ব্লিডিং হাৰ্ট। কিন্তু বটলব্ৰাছ এপাহে জানো এডাল ব্ৰাছৰ কাম কৰিব পাৰে? 'মানি-প্লেণ্ট'-জোপাত জানো সঁচাকৈয়ে টকা লাগে? 'উইপিং উইলো'-জোপাই জানো সঁচাকৈয়ে কান্দে? নেকান্দেতো! তেনেহ'লে ফুলবোৰৰ সকলো নামেই ভুল। ঠিক তাইৰ নামটোৰ দৰেই। মুখৰ হাঁহিটো কোনো সময়তে হুগুচা কাৰণে, হয়তো কেতিয়াবা মৰমতে, হয়তো কেতিয়াবা আনন্দতে দেউতাকে "মাই চিয়েৰি চিয়েৰি গাৰ্ল" বুলি মৰম কৰিছিল। আৰু এই চিয়েৰিয়েই ৰূপ লৈছিল চেৰীলৈ। তেতিয়াৰপৰাই তাইৰ ঘৰত মতা নাম হ'ল চেৰী, ভাল নাম হ'ল চিৰঞ্জিতা। অথচ সৰুৰেপৰাই হাৰ্টৰ অসুখ থকাৰ কাৰণেইনেকি তাইৰ মনটো কেতিয়াও, কোনোদিনেই আনন্দমুখৰ নাছিল।

প্ৰাইভেটকৈয়ে চেৰীয়ে মেট্ৰিক আৰু প্ৰি-ইউনিৰ্ভাছিটি দুয়োটা পৰীক্ষাতে উত্তীৰ্ণ হৈছিল। ইতিমধ্যে বিয়া হৈ গৈছিল বায়েক নমিতা আৰু কবিতাৰ। হয়তো দুই-এবছৰতে হৈ যাব ভনীয়েক নন্দিতাৰ। হওক, তাত চেৰীৰ কোনো আক্ষেপ নাই; থকাৰো কোনো মানে নাই। বিয়াৰ বাহিৰেও পৃথিৱীত কৰিব লগীয়া কাম বহুতেই আছে। শ্বিলঙৰপৰা অহাৰ পিছত তাই অসমৰ-পৰা এখন-দুখনকৈ কেইবাখনো চিঠি পাইছিল। উত্তৰ তাই

দিয়া নাছিল। মানুহৰ ওপৰতযে তাইৰ একেবাৰেই বিশ্বাস নোহোৱা হৈছে।

ঘৰৰ সকলোৰে ইচ্ছাৰ বিৰুদ্ধেও ডিগ্ৰী কৰ্ছৰ প্ৰথম বাৰ্ষিকত ভৰ্তি হৈছিল চেৰী। একেটা অসুখৰ কাৰণে তাই গোটেই জীৱন ঘৰতে বহি থাকিবনেকি? হাৰ্ট বোলে তাইৰ দিনে দিনে বেয়াহে হৈ আহিছে। তথাপি মনটোকে ভাল লগাবৰ কাৰণেই তাই কলেজলৈ অহা-যোৱা কৰিছিল। কলেজত তাইৰ শেৱালিৰ লগত বন্ধুত্ব গঢ় লৈ উঠিছিল আৰু শেৱালিয়ে তাইক চিনাকি কৰি দিছিল অৰূপৰ লগত। অৰূপ সদায় আহে শেৱালিক অনা-নিয়া কৰিবলৈ। দেখিলে মৰম লগা অৰূপক বেয়া ল'বা যেন লগা নাছিল চেৰীৰ। শেৱালিয়েই তাৰ কথা বৰকৈ কৈছিল। আৰু এদিন শেৱালিয়ে চেৰীক কৈছিল অৰূপে তাইক ভাল পায় বুলি। চেৰি আচৰিত হৈছিল। ইমান কম সময়ৰ চিনাকিতে কোনোবাই জানো কাৰোবাক ভাল পাব পাৰে? প্ৰকাশ্যে নক'লেও, অন্তৰৰ কোনোবা-খিনিত অৰূপক ভাল লাগিছিল চেৰীৰ। কিন্তু ৰূপমৰ কথা ভাৱি চেৰীয়ে নিজকে সজাগ কৰি তুলিছিল। ৰূপমৰ লগত কোনো সম্পৰ্ক নেথাকিলেও তাইৰ মনৰ মাজত ৰূপম আৰু ৰূপমৰ মনৰ মাজত তাই এতিয়াও আছে। কিন্তু শেৱালিৰ কাৰণেই অৰূপৰ লগত মাজে মাজে দেখা হৈছিল চেৰীৰ। এদিন শেৱালিয়ে জোৰ কৰি অৰূপৰ লগত ফুৰিবলৈ লৈ গৈছিল তাইক। কথায় কথায় অৰূপে কৈছিল, "জানা চেৰী, তোমালৈ মোৰ ইমান বেয়া লাগে।"

প্ৰশ্নসূচক দৃষ্টিৰে অৰূপলৈ চাই ৰৈছিল চেৰীয়ে, "বেয়া লাগে! কিয়?" অৰূপে কৈছিল, "তোমাৰ অসুখটোৰ কাৰণে।…আৰু তোমাৰ বাইদেউ দুজনীৰ বিয়া হ'ল…। শেৱালিয়ে কৈছে তোমাৰ ভন্টিৰো বিয়া ঠিক হৈ আছে।"

অৰূপৰ মুখৰ কথাষাৰ কাঢ়ি নি চেৰীয়ে উত্তেজিতভাৱে কৈছিল, "…আৰু মোৰ নহ'ব কাৰণে। অসুখটোৰ কথা মই নিজে ভাবোঁ কেতিয়াবা! কিন্তু বিয়াৰ কথা,…বিয়াৰ কাৰণে…। প্লিজ মিঃ দুৰৰা, ছিমপেথাইজ্ মি ন' ছিম্‌পেথি।" কৈয়ে তাই গুচি আহিছিল ঘৰলৈ আৰু চকু উখহাই কান্দিছিল।



এনেকুৱা আঘাত তাই মাজে মাজে পায়ে থাকে। মানুহৰ সহানুভূতিয়ে তাইক বৰকৈ বিন্ধিছিল। মনত পৰিছিল তাইৰ এদিনৰ কথা। তাই ক্লাছলৈ সোমাই গৈছিল। প্ৰফেছাৰ নহাৰ কাৰণে ছোৱালীবোৰে কথা পাতি আছিল। তাই সোমাই যোৱাৰ লগে লগে এজনী ছোৱালীয়ে কৈছিল, "চেৰী, তুমি ইমান মৰম লগা! ইমান ধুনীয়া!" আন এজনীয়ে লগে লগেই কৈছিল, "কিন্তু, মদাৰৰ ফুলযে সবাহত নেলাগে!" তুলনাটো সঁচাকৈয়ে খাপখোৱা। চেৰীৰ মনটো সেমেকি গৈছিল যদিও হাঁহি হাঁহিয়েই তাই কৈছিল, "অ' মই ঠিক আমি পঢ়া ব্ৰিটিছ কুইনৰ নিচিনাই, হু কুড ৰেইন্, বাট্ নেভাৰ্ কুড্ গভৰ্ন্।" বাকী কেইটা ক্লাছত মন বহা নাছিল চেৰীৰ। মনত পৰিছিল তাইৰ ৰূপমলৈ।

অন্তৰৰ বেদনাবোৰ তাইৰ কেতিয়াবা কাৰোবাক ক'বৰ মন যায়। কিন্তু লোকৰ আগত নিজকে ধৰা দিবলৈও তাইৰ ভাল নেলাগে। মনটো গধুৰ লাগিলে তাই কান্দে, কান্দিলে মনটো পাতল লাগে কিছু সময়লৈ।

মাকহঁতৰ আগত তাইৰ 'ইমেজ'তো হ'ল,—এজনী গোঁৱাৰ, জেদী, অসুখীয়া ছোৱালী। কথায় কথায় মাকহঁতৰ লগত তৰ্ক জুৰিছিল, ঠেহ পাতিছিল আৰু কান্দিছিল। আৰু এই কান্দোনৰ লগত মিহলি হৈ আছিল অন্তৰৰ এক অবুজ বেদনা। ৰূপমৰ কথা ভাৱে তাই। সি বাৰু এতিয়া তাইৰ কথা কি ভাৱে? হয়তো নেভাবিবও পাৰে। ওহো……তায়ো নেভাৱে ৰূপমৰ কথা। মনত পৰিছিল তাইৰ কোনোবা এখন ইংৰাজী উপন্যাসৰ এআষাৰ কথা—"For no one goes to the market shouting broken hearts to mend." তাইৰনো কি গৰজ পৰিছে ৰূপমৰ

কথা ভাবি মূৰ ঘমাবলৈ! ভঙা অন্তৰখনক জোৰাবলৈ ৰূপম আহিলেও, তাইৰ দিনে দিনে ক্ষয় হৈ অহা হৃৎপিণ্ডৰ কঁপনি ৰখাব কোনে পাৰিব······। উঃ ভগৱান!

বিছনাখনত শুই শুই ৰূপমে উলিয়াই লৈছিল এখন পুৰণি ডায়েৰি। চেৰীৰ—তাৰ মৰমৰ অভিমানী চেৰীজনীৰ।

চেৰীজনীক তাৰ সাঁথৰ সাঁথৰ যেন লাগে। তাইতো তালৈ এখন চিঠি দিব পাৰে। নিদিয়ে কিয়? লাজ, ভয় নে সংকোচত? হয়তো তাইক বিয়া কৰাবলৈ বিচৰা ল'ৰাটোৰ লগত বিয়া হ'বলৈ কোৱাৰ কাৰণে, তাহানিয়েই কৰা তাইৰ অভিমানখিনি এতিয়াও গুচা নাই। ইমান অভিমানী! অৱশ্যে সি তেনেকৈ ক'ব নেলাগিছিল। কিন্তু তাৰযে কোনো উপায় নাছিল। যিয়েই নহওক, চেৰীজনী আনৰ ওচৰত হেৰাই যোৱা হ'লে ভাল নেলাগিলেহেঁতেন।

এইবাৰ এম্.এছ্.-চি. পাছ কৰিয়েই সি চাকৰি বিচাৰিব। তেতিয়া চেৰীক সি নিজৰকৈ পাব। ইমান অলপ সময়তে ইমান মৰম লগাই পেলালে ছোৱালীজনীয়ে! সৰুতে তাইক তুমাহমান লগ পাইছিল। তেতিয়া তাই আছিল চুটি চুলিৰে কাবো বাধা মানিব নোখোজা এজনী দুষ্ট ছোৱালী। তাৰ পিছত আকৌ লগ পাইছিল তাই মেট্ৰিক দিয়াৰ সময়ত। আগৰ চঞ্চল স্বভাৱটোৰ সলনি তেতিয়া আছিল মৰম লগাব পৰাকৈ এক গহীন ধীৰ-স্থিৰ ভাব। কথা সিহঁতে অতি কম পাতিছিল। তাইক কথা ক'বলৈ ক'লে কয়, "ৰূপমদা, হোৱেন ডি হাৰ্ট ইজ ফুল, ৱৰ্ডছ আৰ ফিউ।" সেই কাৰণে সিও একো কোৱা নাছিল। এইবাৰ কিন্তু সি সকলো ক'ব। পৰীক্ষা কেতিয়া শেষ হয় হয় লাগিছে! পৰীক্ষা শেষ হ'লে সি উৰি যাব অসমলৈ। তাৰ মৰমৰ চেৰীৰ ওচৰলৈ।



চেৰীক সি সঁচাকৈয়ে ভাল পায়···পাইছে···আৰু পাবও। চেৰীৰ দৰে কোনো ছোৱালীয়ে তাৰ মনত ইমান সাঁচ বহুৱাব পৰা নাই। হাতত লৈ থকা চেৰীৰ ডায়েৰিখন সি মেলি চাইছিল। জেঠায়েকৰ ল'ৰা অঞ্জনে অল ইণ্ডিয়া ইন্‌ষ্টিটিউট অব্ মেডিকেল চায়েঞ্চত পঢ়ে। আজি সি ঘৰৰপৰা ঘূৰি আহিছে। শ্বিলঙলৈ ফুৰিবলৈ যাওঁতে চেৰীৰ ডায়েৰিখন বৈ গৈছিল অঞ্জনহঁতৰ ঘৰত। এই এঘণ্টামানৰ আগত অঞ্জনে দি থৈ গ'লহি। ৰূপমে মেলি লৈ পঢ়িছিল। চেৰীয়ে লিখিছে, "নম্ৰতা আৰু নিঃস্বাৰ্থতা—এই গুণবোৰক মানুহে প্ৰশংসা কৰে আৰু আঁতৰি যায়। মোৰ সন্দেহ হয়—তেওঁ মোৰ কথা ভাবে নে নেভাবে; আৰু তেতিয়া দুগুণে কঁপি উঠে মোৰ হৃৎপিণ্ড। তেওঁলৈ চিঠি লিখাৰ কথা ভাবোঁ; কিন্তু মোৰ চকুৰ আগত ভাহি উঠে মাকৰ সেই অন্তৰ বিন্ধিব পৰা চাৱনিটোলৈ······আৰু তেতিয়া,······তেতিয়া আৰু আশাবোৰ আৰু কোনো ৰূপ লৈ নুঠে।" কথা-কেইষাৰ পঢ়ি ৰূপমে হুমুনিয়াহ কাঢ়িছিল। সেইবাৰ হয়তো মাকৰ ব্যৱহাৰত চেৰী আহত হৈছিল। কিন্তু, এইবাৰ এনেকুৱা হ'বলৈ দিব নোৱাৰে সি। ভাববোৰ জোকাৰি সি আকৌ পঢ়িছিল, "দূৰৈৰপৰা মই আনক প্ৰশংসা আৰু কিঞ্চিত ঈৰ্ষাৰ দৃষ্টিৰে লক্ষ্য কৰোঁ তেওঁলোকৰ উন্মাদ অভিযান। তেনেকুৱাবোৰ জীৱন বিপদেৰে ভৰপূৰ হ'লেও সঁচাকৈয়ে মধুৰ, সঁচাকৈয়ে সুন্দৰ! মই······মোৰ জীৱনটো সঁচাকৈয়ে অসুখী। কিন্তু আনৰ আগত মই সুখৰ—সুখী হোৱাৰ অভিনয় কৰোঁ, যি অভিনয়ৰ আঁৰত থাকে এক বেসুৰা কঁপনি। মই মোৰ আৱেগ-অনুভূতিবোৰক লুকুৱাই ৰাখোঁ।" নিজকে দোষী দোষী লাগিছিল ৰূপমৰ। সিয়েই তাইক ইমান কষ্ট দিছে। তথাপি চেৰীজনীয়ে কথাবোৰ অকণমান বেছিকৈ ভাবে। জপাই থওঁ বুলিও আৰু এক পৃষ্ঠালৈ চকু গৈছিল ৰূপমৰ। "ৰূপম······গাৰুটো মোৰ চকুলোৰে তিতি গৈছে! ও,······অকল তোমাৰ চকুতহে মই বিচাৰি পাইছিলো

উপলব্ধি। মানুহবোৰে মোক বৰ দুখ দিয়ে। আত্মহত্যাৰ চিন্তাই মোক কেতিয়াবা আমনি কৰে। কিন্তু সেয়াযে পাপ··· ···। স্বাভাৱিকভাৱেই মোৰ অৰ্কমণ্য হৃৎপিণ্ডৰ অদ্ভুত লয় বন্ধ হৈ যাব।”

প্ৰকাশৰ মাতত চঁক্ খাই উঠিছিল ৰূপম। চেৰীৰ কথা কৈছিল ৰূপমে প্ৰকাশক। ৰূপমে ডায়েৰিখন আগ বঢ়াই দিছিল। হাঁহি হাঁহি ডায়েৰিখন লৈ সি ৰূপমক কৈছিল “আই থিঙ্ক্ খ্ৰি হেজ খ্ৰেকেন ইয়ৰ নাৰ্ভছ্ বেডলি!”

গাড়ীৰপৰাই চেৰীহঁতৰ ঘৰলৈ চাইছিল ৰূপমে। ইমান মানুহ! সি আগ বাঢ়ি গৈছিল। দুজনমান মানুহে চেৰীহঁতৰ চোতালত বাঁহৰ চাঙি সাজি আছে। অ’ত ত’ত মানুহৰ জুম। ভিতৰলৈ সোমাই গৈ সি দেখিছিল চেৰীৰ মাক-দেউতাক, বায়েক, ভনীয়েক, ককায়েক—সকলোকে। মাথোঁ তাৰ মাজত নাই ইমান হেপাহেৰে চাবলৈ অহা তাৰ চেৰীজনী। ওচৰতে বগা কাপোৰেৰে কাবোবাক ঢাকি থোৱা এখন বিচনা। সি লৰালৰিকৈ মুখৰ কাপোৰখন আঁতৰায়। তাৰ পিছত আৰু কি হ’ল, সি ক’ব নোৱাৰে।

# নিঃসঙ্গতা মোৰেই সঙ্গী

পুৱা চাৰি বাজিছে। শুই থকা বৃদ্ধা মেকডোনেল্ডৰ মুখলৈকে মই একেথৰে চাই ৰৈছিলো। বৃদ্ধাগৰাকীলৈ মোৰ পুতৌ উপজিছিল। উদ্‌কাই ৰোগত ভুগিছে তেওঁ। উশাহ লোৱাত কষ্ট পাইছে। বুঢ়ীৰ কাৰণে যোৱা নিশা মই এবাৰলৈও চকু জপাব পৰা নাই। ইটো দৰব দিছো, সিটো ইন্‌জেকছন দিছো, বুঢ়ীয়ে একোতে আৰাম নেপায়। আজি দুদিন ধৰি অক্সিজেন পায়ে আছে।

ক’ৰবাত পঢ়িছিলো, কোনোবাই লিখিছে, “I do not pity the dead. I pity the dying. Dying is the best of all arts that men learn in a dead place.” কথাষাৰ উপলব্ধি কৰিছো এতিয়া। বৃদ্ধা মেকডোনেল্‌ডে মোক সকলো কথা খুলি নকয়। ক’বলৈ লাজ পায়। পাঁচোটা পুত্ৰ থকা বুঢ়ীৰ এই অৱস্থা। পুতেকহঁতে তেওঁক খবৰ নকৰে। ফোনেৰে কৰ্তৃপক্ষই কিবা কাৰণত যোগাযোগ কৰিবলৈ বিচাৰিলেও তেওঁলোক বিৰক্ত হয়। আমাৰ ভাৰতৰ দৰে ইটোৱে সিটোৰ গাত দোষো জাপি নিদিয়ে। যি মনত থাকে, বিনা দ্বিধাৰে কৈ পেলায়। বৃদ্ধা খুব বেছি এসপ্তাহ জীয়াই থাকিব। পৰহি নিশা পুতেকহঁতক খবৰ দিয়া হ’ল। কিন্তু এতিয়ালৈকে বুঢ়ীৰ কোনো আত্মীয় অহা নাই খবৰ ল’বলৈ।

উঠি গৈ বুঢ়ীক গ্ৰেপ ভাইন চল্যুচনৰ দুটা এম্পূল ভাঙি, পিয়লা এটাত লৈ এচামুচ এচামুচকৈ খুৱাই দিলো। কাতৰ দৃষ্টিৰে মোৰ চকুলৈ চাই থকা বৃদ্ধা মেকডোনেল্ডলৈ চাই মোৰ আমাৰ আইতালৈ মনত পৰিছিল। অকলতো মিছেছ

মেকডোনেল্ডেই নহয়। তেওঁৰ দৰে এই নিৱাসটোত্ উনচল্লিশ-গৰাকী বৃদ্ধ-বৃদ্ধা আছে। সকলোৰে জীৱনত কম-বেছি পৰিমাণে একেটা কাহিনী। কিছুমানে নিৱাসৰ কৰ্মচাৰীসকলৰ আগত নিজৰ মনৰ কথা কৈ মনটো পাতল কৰিছে; কিছুমানে ঘৰৰ মানুহে তেওঁলোকৰ খবৰ প্ৰতিদিনেই লয় বুলি কৈ মিছা অভিনয় কৰি দেখুৱাইছে, ঘৰৰপৰা এবছৰৰ মূৰত অহা এখন চিঠি হাতত লৈ সকলোকে দেখুৱাই ফুৰিছে। পিতৃ-মাতৃক বাৰ্ধক্য-নিৱাসত ভৰ্তি কৰি দিয়াই যেন এই দেশৰ সন্তানৰ শেষ কৰ্তব্য। যি সময়ত পিতৃ-মাতৃৰ ওচৰত সন্তানৰ বেছি সাহায্যৰ প্ৰয়োজন, সেই সময়-খিনিতে তেওঁলোকক অঁতৰাই পঠোৱা হয়।

হাঁহি উঠে। ভাৰতবৰ্ষ বুলিলে ইউৰোপীয় দেশবোৰৰ মানুহৰ চুচকুত হয়তো ভাহি উঠে কিছুমান নগ্ন, অশিক্ষিত, ক্ষুধাৰ্ত জনতাৰ ছবি। কিন্তু ভাবি মনতে গৌৰৱ বোধ কৰোঁ যে ভাৰতবৰ্ষৰ মানুহবোৰ এতিয়াও জীয়াই আছে, এতিয়াও হেৰাই যোৱা নাই। আমাৰ আইতা, আমাৰ ককাদেউতাহঁতৰ প্ৰভুত্ব এতিয়াও আমাৰ সমাজত স্বীকাৰ কৰা হয়।

মোৰ এতিয়াও মনত পৰে, আমাৰ আইতাৰ আমাৰ ঘৰৰ গোটেই পৰিয়ালটোৰ. ওপৰত থকা প্ৰতিপত্তিৰ কথা। সকলো কথাতে আইতাৰ পৰামৰ্শ লোৱা হয়। আমি কি খাম, কি পিন্ধিম, সকলো আইতায়ে ক'ব। মাহঁতৰ ইয়াৰ ওপৰত কোনো মাত নাই। এদিন আমি—মানে আমাৰ ঘৰৰ ল'ৰা-ছোৱালীমখা—চিনেমা এখন চোৱাৰ কথা ভাবিছিলো। মা, দেউতা, বৰমা, বৰ-দেউতা সকলোৱে যাবলৈ ক'লে। কিন্তু মই আইতাক সোধা মাত্ৰকে ক'লে, "এই বৰষুণৰ বতৰত তহঁতৰ কি তেল ফাটিছে? টকি চাবলৈ যাৱযে! মই যাব নেলাগে বুলি কৈছো।" আৰু বৰদেউতাহঁতৰ ফালে চাই কৈছিল, "তহঁতৰ মূৰ বোলা বস্তু এটা নাইনেকি? ঘৰৰ গাড়ীখন থকা হ'লেও এটা কথা।"



আমি ল'ৰাছোৱালীমখাৰ আটাইৰে খুব খং উঠিছিল। কিন্তু আইতাৰ মুখৰ আগত কথা ক'বলৈ কাৰ সাহ আছে? আইতা তাৰপৰা নোহোৱালৈকে বাট চাইছিলো মই। আইতা যোৱাৰ লগে লগে ক'লো "That old hag! She'll make hell of our lives." ক'বলৈহে পালো, ক'ৰপৰানো দেউতা আহি মোৰ চুলিকোছাত ধৰি মোক কেইটামান চৰ শোধালে, তৰ্কিবই নোৱাৰিলো। বাকীবোৰেও মনে মনে ৰৈ নেথাকিল। সকলোৰে মুখত গালি। ল'ৰা-ছোৱালীবোৰ কোন কেনি গ'ল ঠিকনা নোহোৱা হ'ল।

এইবোৰ ভাবি বহি থাকোঁতেই চিলমিলকৈ টোপনিটো কেতিয়াযে আহিল ক'বই নোৱাৰোঁ। জৰ্জৰ মাতত মই সাৰ পালো "গুডনেছ! তুমিযে গোটেই ৰাতি ইয়াতেই বহি আছা! তুমি অকণমান জিৰোৱাঁ। আই উইল লুক আফ্‌টাৰ হাৰ।"

জৰ্জ আমাৰ এই নিৱাসটোৰ ফিজিচিয়ান। মোৰ বেছি কামৰ হেঁচা পৰিলে মোক সহায় কৰে, ময়ো সহায় কৰোঁ তেওঁক। জৰ্জৰ আমেৰিকান মনৰ কঠোৰতাখিনি, আত্ম-কেন্দ্ৰিকতাখিনি মই বহুত্ গুচালো। চলিত নিয়মমতে জৰ্জৰ মাকো আছিল ইয়াৰে অন্য এক বৃদ্ধ-নিৱাসত। ময়ে তেওঁক বহুত বুজাই-বঢ়াই মাকক তালৈ অনালোঁ। জৰ্জৰ মাকে মোক নিজৰ ছোৱালীৰ দৰে মৰম কৰে। অফ্ ডিউটিত মই কেতিয়াবা যাওঁ তেওঁলোকৰ ঘৰলৈ।

দুই-তিনিমাহৰ পিছত মই ভাৰতলৈ ঘূৰি যোৱাৰ কথা। ভাবিছো, এবাৰ নিজৰ দেশৰপৰা ঘূৰি আহোঁ। বৃদ্ধসকলৰ লগত থাকি থাকি মোৰ আইতাক খুব চাবৰ মন গৈছে। নিজৰ বুলিবলৈ ঘৰত কেৱল মা। দাদা বিয়া-বাৰু কৰাই একেবাৰে সাংসাৰিক হৈ পৰিছে। মই ইয়ালৈ অহাৰ এবছৰৰ পিছতে দাদাৰ বিয়া হৈ গৈছে। টুকটুকীয়া ধুনীয়া মুখৰ ভতিজাটোৰ ফটো এখনো চিঠিৰ লগতে নবৌৱে পঠাই দিছে। সিহঁতকো চাবৰ মন গৈছে। মই

ইয়ালৈ গুচি অহাৰ প্ৰথম দিনটো মোৰ এতিয়াও মনত পৰে। চল্‌চলীয়া চকুযোৰেৰে মাৰ মুখখন এতিয়াও চকুৰ আগত ভাহি উঠে। মাৰ খঙতেতো মই ইয়ালৈ গুচি আহিছিলো। ডাক্তৰি পাছ কৰি মই এখন মিছন হস্পিটেলত কাম কৰিছিলো। ভালকৈ পৰীক্ষাবোৰ পাছ কৰি গৈছো। সন্মুখত এক সুন্দৰ ভৱিষ্যতৰ কল্পনাও কৰিছিলো। মাৰ কিন্তু তাতেই আপত্তি। তেওঁৰ চিন্তা এটাই,—মোক বিয়া দিব লাগে। ঘৰলৈ কোনোবা এটা আহিবহে লাগে, আন কথা নাই দৰা বিচাৰিবলৈ ফৰ্মাচ দিব। কোনোবাই দাদাৰ বিয়া নেপাতেনেকি বুলি সুধিলে তেওঁ কয়, "এঃ ছোৱালী-জনী থাকোঁতেনো ল'ৰাটোৰ বিয়া কেনেকৈ পাতোঁ? তোমালোকে চাবাঁচোন, ক'ৰবাত ভাল ল'ৰা-চ'ৰা এটা পোৱানেকি!"

মাৰ কথা শুনি মই বিব্ৰত হৈ যাওঁ, লাজো পাওঁ। কোনোবাই ভাল ল'ৰা বিচাৰি দিলেও, তেওঁৰ এটা নহয় এটা আপত্তি থাকিবই। অকল ল'ৰাটোৰ পঢ়াশুনা হ'লে, ধুনীয়া হলে, টকা-পইছা থকা হ'লে নহ'ব। ল'ৰাৰ গোষ্ঠী পৰ্যন্ত তেনেকুৱা বিশেষণ থাকিব লাগিব।

মই ভাবিলো, মই ইয়াত থাকিলে মাৰ এনেকুৱাবোৰ আপত্তি বাঢ়ি গৈ থাকিব। দাদাৰো বিয়া পতা নহ'ব। বহুত কষ্ট কৰি এটা স্কলাৰশ্বিপ যোগাৰ কৰি মই গুচি আহিলো।

আগতে এনেকৈ ঘৰলৈ যাবৰ মন মোৰ কেতিয়াও যোৱা নাই। এই কেইদিনতে, ভাবিছো এবাৰ ঘূৰি আহোঁ। তাত যদি ভাল নেলাগে আকৌ গুচি আহিম।

মই ঘৰলৈ ঘূৰি যোৱাৰ কথা উলিয়াবই নোৱাৰোঁ। জৰ্জকে আদি কৰি নিৰাসৰ সকলোবোৰে আপত্তি কৰে। জৰ্জে কয়, "লেট আছ্ থিঙ্ক অব্ আৱাৰ ফিউচাৰ টুগেদাৰ!" জৰ্জৰ কথা শুনি মোৰ লাজতে কাণ-মুৰ গৰম হৈ যায়।

বৃদ্ধা মেকডোনেল্‌ডৰ কাষৰপৰা মই উঠি আহিছিলো। জৰ্জে মই ৰহা চকিখনত বহি এক বিস্মিত চাৱনিৰে মোলৈ চাইছিল। ডিউটি নথকা সত্বেও মই বুঢ়ীৰ ওচৰত বহি থকা কাৰণে সি অবাক। আচলতে যোৱা নিশা তাৰ ডিউটি আছিল। গধূলিতে এবাৰ প্ৰত্যেকটো কোঠাত এপাক মাৰি, নাৰ্ছজনীক দিহা পৰামৰ্শ দি, সি ডিউটি-ৰুমৰ বিচনাখনতে যি শুই পৰিল, সাৰ পাই উঠি আহিছে।



মোৰ ৰুমলৈ বুলি খোজ লৈছিলো। ৰুমৰ দুৱাৰত চাবিটো ঘুৰাই, দুৱাৰখন খুলি, মোৰ বিচনাত বহি বহি পশ্চিম ফালৰ খিৰিকীয়েদি দূৰলৈ চাই পঠিয়াইছিলো। পৰ্দাবোৰ যোৱা নিশা কোঁচাই থোৱাতে থাকিল। দূৰৈত সেইখন পাহাৰ। তাৰ তলতে এখন ডাঙৰ মুকলি পথাৰ। পথাৰ নহয় যেন এখন ফুল বছা দলিছাহে। দাঁতিবোৰত বগা, ফুলবোৰ নীলা, লিউপিন্ ফুলৰ এখন দলিচা। ৱৰ্ডচ্‌ৱৰ্থৰ ডেফোডিলছলৈ মনত পৰিছে! মোৰ কোঠাৰ পূৱফালৰ খিৰিকীখনেদি এবাৰ চালো। সন্মুখত বৃদ্ধা-নিৰাসৰ ফুলনিখন। শাৰী শাৰীকৈ ৰোৱা জিৰেনিয়াম, ক্ৰিছেন্‌থিমাম, গ্লেডিঅ'লিচ্, টিউলিপৰ শাৰী শাৰী ফুল। বিভিন্ন ৰঙৰ এক অপূৰ্ব সমাৱেশ। মনটো ভাল লাগি গৈছিল।

বজাৰ কৰিবলৈও যাব লাগে। মোৰ মেজৰ ওপৰত সৰু সৰু বহুত কাগজৰ লিস্ট। হ'মৰ প্ৰত্যেকজন বৃদ্ধ বা বৃদ্ধাৰ কিবা দৰ্কাৰ হ'লে পোনে পোনে মোৰ ওচৰলৈকে আহে আৰু এনে একোখন সৰু লিষ্ট দি থৈ যায়। মই কিনি আনি দিওঁ। মিছেছ ৰবিনছন আৰু মিস্টাৰ গাৰনেটৰ কাৰণে আহোঁতে ফিউনাৰেল কম্পেনিত সোমাব লাগিব। মৃত্যুৰ পিছত তেওঁলোকৰ থকা ঠাইৰ ব্যৱস্থা কৰি দিব লাগে। ভাল ঠাই পালে তেওঁলোকে যিমান টকা লাগে দিব। এইবোৰ ঠিক কৰি নগ'লে মৃত্যুৰ পিছত মিউনিচিপেলিটিৰ খৰচত কবৰস্থ হ'ব লগীয়া হোৱাৰ সমান লাজৰ কথা নাই। সেই কাৰণে তেওঁলোকে মৃত্যুটো ইন্‌ছিওৰ কৰি

ৰাখে। মৃত্যুৰ পিছত সকলোখিনি দায়িত্ব তেওঁলোকৰ। মৃত্যুৰ বাতৰি তেওঁলোকে বাতৰি-কাকতত ছপাই দি, আত্মীয়-স্বজনসকলক খবৰ জনায়, কোন ঠাইলৈ পঠাব লাগিব তেওঁলোকেই জনাই দিয়ে। কবৰত দিয়াৰ আগতে 'এম্বামিং' কৰা দায়িত্বও তেওঁলোকৰে।

এইবোৰ কথা ভাবিলে মোৰ আইতালৈ মনত পৰে। আইতাক হয়তো খুব বেছি কোনেও ভাল নেপায়। কিন্তু ভয়তে হ'লেও শ্ৰদ্ধা-ভক্তিৰ অভাৱ তেওঁৰ কেতিয়াও হোৱা নাই।

আমি যেতিয়া কেনিবা যাবলৈ ওলাওঁ, আইতাই ওচৰৰে বিছনা বা চকি এখনত বহি পিৰিক-পাৰাককৈ আমালৈ চাই থাকে। আমি ড্ৰেছিং টেবুলৰ সন্মুখত বেছি সময় বহিলে তেওঁৰ নিৰ্ঘাত চকুত পৰিবই। কিবা এষাব ক'বলৈ মন থাকিলেও স্পষ্টকৈ ক'বলৈ বেয়া পাইছিল। কয়, "ও, বঢ়িয়াজনী হৈছে! যোৱাঁ এতিয়া।...চাওঁ এইফালে...তোমাৰ চোলাটোহে বৰ চুটি হৈছে। কাপোৰ এচটা তলফালে লগাই ল'বাঁচোন। আটায়ে ভাল বুলিব।...আৰু শাৰীখন অকণমান ডাঠ হ'ব লাগে।" কেতিয়াবা কয়, "তহঁতে মূৰত তেল অকণমান ল'বি আকৌ! তেহে পঢ়াবোৰ মনত ৰ'ব।" কেতিয়াবা বহি থাকোঁতে, পিছফালৰপৰা আহি দিবহি মূৰত লগাই এসোপামান তেল! আকৌ মনে মনে বহাৰপৰা উঠি গৈ চুলিখিনি শ্বেম্পু কৰি পেলাওঁ।

আমাৰ দেশতযে বৃদ্ধসকলক কথায় পতি মানি চলা হয়, সেইটো নহয়। পিতা-পুত্ৰ-শাহু-বোৱাৰীৰ মাজত মনৰ ব্যৱধান সদায়ে থাকে। কিন্তু তথাপি লোক-নিন্দাৰ ভয়ত বা আন কোনো কাৰণত তেওঁলোকক সমীহ কৰি চলা হয়।

দুৱাৰত টোকৰ মাৰি মোৰ কোঠালৈ সোমাই আহিছিল ডৰথি; মিছ ডৰথিয়ে নিৰাসৰ তত্বাৱধান লয়।

"মৰ্নিং মিছ ড'ৰা!" সকলোৱে মোৰ দুৰবা উপাধিটোক ড'ৰা কৰি পেলাইছে।



"মৰ্নিং ডৰথি!"

"হোৱাই ডন্ট ইউ হেভ আ বাথ? ইউ উইল ফিল্ ফ্ৰেছ! ইউ নিড্‌নট গ' নাউ! জৰ্জ ইজ উইথ মিছেছ্ মেকডোনেল্ড। শ্বি ইজ ইমপ্ৰুভিং আ বিট্," বুলি কৈ কেনিবা নাইকিয়া হৈছিল ডৰথি।

মই সৰু সৰু পইছাৰ পেকেট, আৰু স্লিপবোৰ জুকিয়াই লৈ, এখন কাগজত ডাঙৰকৈ লিস্ট এখন কৰি লৈছিলো। এতিয়া আৰু একো কৰি খাবৰ মন যোৱা নাই। গাটো সোনকালে ধুই সোনকালে বজাৰখিনি কৰি অহাৰ কথা ভাবিলো।

বাৰে বাৰে মিছেছ্ মেকডোনেল্ডৰ মুখখনকে চকুৰ আগত দেখিছিলো! এই দেশখনযে! মই সঁচাকৈয়ে অবাক হৈছো। সন্তানৰ আনন্দ-উৎসাহ, উপভোগেৰে পৰিপূৰ্ণ জীৱনত তেওঁলোকৰ অকণোৱেই ভূমিকা নাই।

বজাৰলৈ বুলি ওলাইছিলো। জৰ্জ সোমাই আহিছিল। কেনি যাওঁ সি মোক সুধিছিল। মই ক'লো। হঠাৎ সি মোক প্ৰশ্ন কৰিছিল, "এষা, তোমাৰ নামৰ অৰ্থ কি? মই হাঁহিছিলো, "মোৰ নামৰ অৰ্থ? কিয়?" "লাগে, কোৱাঁচোন।"

"এষা মানে বিচৰা"।—মই হাঁহিয়েই আছিলো।

"অ' সেই কাৰণেই চাগৈ তোমাক সকলোৱে বিচাৰে!"

মই ভাৰতলৈ ঘূৰি অহাৰ দিনা এয়াৰপোৰ্টত মোক 'ছি অফ্' কৰিবলৈ অহা জৰ্জে, মোৰ হাতখন আৱেগত চেপা মাৰি ধৰি কৈছিল, "এষা মানে বিচৰা! তুমি ঘূৰি আহিবাঁ। ইয়েছ্, ফৰ-এভাৰ্! তোমাক মই সদায়ে বিচাৰিম!" জৰ্জৰ সজল চকু-যোৰলৈ চাই মই বিশেষ একো ভাবিব পৰা নাছিলো...ভৰাও নাছিলো!

ঘৰলৈ ঘূৰি আহিলো। প্ৰথম কেইদিন সকলোৰে আদৰ আশ্বাসৰ শেষ নাই। কিন্তু তিনি চাৰি-মাহ ঘৰতে এনেয়ে বহি

বহি মোৰ আমনি লাগিল। জৰ্জৰ কথা মনত পৰিল ; মনত পৰিল জৰ্জে আহিবৰ সময়ত কোৱা কথাষাৰ ; মনত পৰিল জৰ্জৰ সজল চকুযোৰলৈ ; মনত পৰিল মোৰ বৃদ্ধ-নিৰাসৰ উনচল্লিশজন বৃদ্ধ-বৃদ্ধালৈ।

আইতাক চাবলৈ মোৰ মনৰ অদম্য হেপাহখিনিক সামৰিব নোৱাৰি মই বৰদেউতাৰ ছোৱালীজনীৰ বিয়ালৈ যাবলৈ ওলালো। দেউতা ঢুকুৱাৰ পিছৰপৰা আইতা তাতেই থাকে। কয়, "স্বামীৰ ভেটি এৰি বিদেশত থাকিব নেপায়।" কিন্তু গৈয়ে দেখিলো, আগৰ প্ৰতিপত্তি বহুতখিনি তেওঁ হেৰুৱাই পেলাইছে। হামিয়াই-হেকটিয়াই চাহ অকণমানৰ কাৰণে আধা ঘণ্টা চিঞৰি থকা আইতালৈ চাই মই আৰু এখন পৃথিৱী দেখা পালো।

বিয়াঘৰৰ উছলি-মুছলি। ইতিমধ্যে ঘৰখনবো বহুত সলনি হৈছে। বৰদেউতাৰ ডাঙৰ ল'ৰা দুজনে বিয়া কৰালে। নাতি-নাতিনীৰে ঘৰ পৰিপূৰ্ণ। তাতে বিয়াৰ কাৰণে অহা উলিয়াই দিয়া জীয়ৰীবোৰ, জোঁৱাই-নাতিৰে ঘৰ ভৰা। ইমানবোৰ মানুহৰ মাজত বুঢ়ীলৈ কোনে কাণসাৰ কৰে! এবাৰ সুবিধা পাই বুঢ়ীয়ে মোক একাষলৈ লৈ যাবলৈ কৈ কৈছিল, "আজিকালি আৰু আগৰ দৰে নহয়! বিহুৱে-সংক্ৰান্তিয়ে কোনেও ভুলতেওতো ওলগ এটা নলয়। মইনো আবতৰীয়া বেঙেনাই কিনো মোক খা, মোক খা কৰিম!"

তথাপি দেখিলো চকুৰে নেদেখা, কাণে নুশুনা আইতাই, সুবিধা পালেই, নিজৰ ক্ষমতাখিনিৰ, অধিকাৰখিনিৰ জাহিৰ য'তেই সুবিধা পাইছে, ত'তেই কৰিছে।

কিবা এটা কাৰণত মই আইতাৰ কথা কওঁতে, বৰদেউতাৰ ছোৱালী অৰুণিমাই জেক্জেকাই উঠিছিল, "আইতাৰপৰা আৰু ঘৰখনৰ কোনোদিনেই শান্তি নহ'ল। আইতাৰ কাৰণে মাহঁতে বুঢ়া হ'বলৈ চাঙ্ক্ষেই নেপালে।" (সৰুতে হোৱা হ'লে তাইৰ কথাত মই নিশ্চয় হয়ভৰ দিলোহেঁতেন!) অৰুণিমাই আকৌ কৈছিল,



"বুঢ়ী নমৰোও, নিজীয়েও!" মোৰ তাইৰ কথাত খং উঠিছিল যদিও একো কোৱা নাছিলো। নমৰিলেনো বুঢ়ীয়ে নিজে নিজে কেনেকৈ মৰেগৈ!

জোৰোণৰ দিনা। গোটেইখন খেলিমেলি। কইনা-সজোৱাই কইনা সজাইছে! কিছুমানে নিজে সাজ-পোছাক কৰি মুখৰ প্ৰসাধন আৰু কেশ-সজ্জা কৰিবলৈ আইনাৰ সন্মুখত ভিৰ পাতিছে। কোনোবা এজনীয়ে কেঁচুৱাৰ গাখীৰ কৰিবলৈ গৰম পানী বিচাৰি পোৱা নাই ; কোনোবা এজনীয়ে পিন এটা বিচাৰি হাবাথুৰি খাই ফুৰিছে ; কোনো এজনীৰ গিৰিয়েকে ৰাতিপুৱা জলপান খাবলৈ নোপোৱাৰ কাৰণে মুখখন ওফোন্দাই ফুৰিছে আৰু কোনোবা এটাই মন্তব্য প্ৰকাশ কৰিছে, "বিয়াঘৰৰ জঞ্জাল! নিজেই বিচাৰি-মেলি খাব লাগে আকৌ।"

মোৰহে ভাল। গিৰিহঁতো নাই, ল'ৰা-ছোৱালীও নাই। সেইটো সময়ত নিজকে বৰ ভাগ্যৱতী যেন লাগিছিল। মই সাজ-পোছাক কৰি, কিনো কৰিম, কিনো নকৰিমকৈ ঘূৰি ফুৰিছো। এনেতে শুনিলো আইতাৰ মাতটো, "চাওঁ, তহঁত কোন আছ, এইফালে আহচোন! জোৰোণ আহিবৰ হ'লেই নহয়। মোকো তহঁতৰ এজনীয়ে আহি কাপোৰসাজ পিন্ধাই দেচোন।" এনেয়ে বুঢ়ী নাচনী, তাতে নাতিনীয়েকৰ বিয়া। পিছে বুঢ়ীৰ কথা শুনে কোনে! ইটোক কৈছে, সিটোক কৈছে ; সকলোৱে মাথোঁ "অকণমান ৰ'বিচোন" বুলি কৈ নাইকিয়া হয়।

বহুত সময় মই ৰৈ থকাতে থাকি, আইতাৰ কাপোৰ উলিয়াবলৈ আইতাৰ হাতৰপৰা চাবিটো ল'লো। চকুৰে নেদেখা বুঢ়ীৰ হাতত চাবি দেখি মোৰ হাঁহি উঠিল। কোনোমতে বুঢ়ীৰ বৰপেৰাটো খুলি কাপোৰবোৰ লিৰিকি-বিদাৰি চালো। গোটেই বাকচটোৰপৰা নাৰিকল তেল, চাবোন, আৰু পুৰণা কাপোৰৰ গোন্ধ আহি মোৰ নাকত লাগিলহি। গোটেইখিনি চাই

দেখিলো, বুঢ়ীৰ বিয়াত পিন্ধিব পৰাকৈ এযোৰো কাপোৰ নাই। কোনোবা কালৰে পাটৰ মেখেলা দুখন, ৰিহা দুখন, আৰু মদৰুৱা ৰঙৰ গুণাৰ পাৰিৰ চাদৰ এখন। দাদা নবৌহঁতলৈও খং উঠিল। নবৌৱে দেখোন চিঠিত "আইতালৈ অমুকটো পঠাইছো, তমুকটো পঠাইছো" বুলি লিখি থাকে। আইতাৰ ৰবৰৰ চেণ্ডেলযোৰলৈও চালো। তেল-চিকটি, বোকা লাগি গোটেই চাব নোৱৰা অৱস্থা হৈ আছে। মই বিমোৰত পৰিলো। বুঢ়ীক এতিয়া কি পিন্ধাওঁ! আইতাৰ বাকছৰ এটা চুকত পৰি আছে আমেৰিকাৰপৰা মই আইতালৈ অনা স্কাৰ্ফ আৰু চুৰেটাৰৰ পেকেটতো।

বুঢ়ীক তাতে বহুৱাই, লৰ মাৰি বৰমাৰ ওচৰলৈ গৈ ক'লো "বৰমা, আইতাৰতো কাপোৰ নাই পিন্ধিবলৈ। এতিয়া কি পিন্ধাওঁ?" "জানো, যি আছে, তাকে পিন্ধাগৈ। বুঢ়ীকনো কোনো চাব?" বৰমাৰ মাতত নতুনকৈ সিংহাসন আৰোহণ কৰা ৰাণীৰ সুৰ। বৰমা ফোঁট-লগুণ লৈ কাপোৰ-কানি পিন্ধি জোৰোণ আদৰিবলৈ সাজু।

শেনটোৰ নিচিনাকৈ গৈ ফেঁচাটো হৈ ঘূৰি আহিলো। সঁচাকৈয়ে বৰ খং উঠিল। বিয়াৰ কাৰণে সকলোৱে নতুন কাপোৰ লৈছে। ঘৰতো নতুনকৈ চূণ-তেল দিয়াইছে। পৰ্দা, চকিৰ কুছন-কভাৰ পৰ্যন্ত নতুন। অথচ বুঢ়ীয়ে বিয়াত পিন্ধিবলৈ ধোবাই ধোৱা কাপোৰ এযোৰো নাই।

ঘড়ীটোলৈ চালো। জোৰোণ আহি পাবলৈ এতিয়াও বহুত সময় আছে। ৰিক্সা এখন লৈ পাটৰ মেখেলা এখন কিনি, এটা দৰ্জীৰ তাত চিলোৱাই, কিনা চাদৰ এখন লৈ ঘৰ পালোহি। ব্লাউজতো ঢাকি-মেলি যেনে তেনে পিন্ধাব লাগিব। পিছে চেণ্ডেল-যোৰৰ কথাযে একেবাৰে পাহৰিলো। যি হয় হ'ব! বুঢ়ীয়ে লেতেৰাকৈ পিন্ধিলে কিবা মোৰ লাজনে?

বুঢ়ীৰে ঘৰ, অথচ বুঢ়ীৰ থাকিবৰ কাৰণে এডোখৰ ঠাই নাই। এটা চুকত, এখন লেতেৰা বিছনাত বুঢ়ী পৰি থাকে। বিছনা-



চাদৰ, গাৰুৰ গিলিপে হয়তো কোনোদিনেই চাবোনৰ মুখ দেখা নাই। যিখিনি নকৰিলে নহয়, সেইখিনি পৰম অযত্নেৰে কৰি গৈছে। আইতাতকৈ কিজানি সিহঁতৰ ঘৰৰ এল্‌চেচিয়েন কুকুৰে বেছি যত্ন পায়!

ইতিমধ্যে ছোৱালীক জোৰোণ পিন্ধোৱা হ'ল। দৰাঘৰৰ মানুহে কইনাৰ বুঢ়ীমাকক চাবলৈ বিচাৰিলে। তেওঁলোক ভিতৰলৈকে আহিল। আইতাক দৰাঘৰৰ ছোৱালী এজনীয়ে ধৰি আনি ৰভাৰ তলত বহুৱালেহি। তাই আইতাৰ লেতেৰা চেণ্ডেলযোৰ ভৰিত সুমুৱাই দিওঁতে আমি কইনা-ঘৰৰ মানুহখিনিয়ে উচ্‌পিচাই উঠিলো। কইনাই বুঢ়ীমাকক সেৱা কৰিলে। আইতাই এজোলোকা আশীৰ্বাদৰ লগতে নাতিৰ ভালেমানখিনি গুণ গাওঁতে দৰাঘৰৰ মানুহখিনিৰো চকুৰ পানী নোলোৱাকৈ নেথাকিল।

এটা সময়ত জোৰোণৰ মানুহখিনি গ'লগৈ। কিন্তু ৰভাৰ তলত আইতা বহি থকাতে থাকিল। আটাইবোৰ কইনাৰ লগতে জোৰোণৰ বস্তু চাবলৈ ভিতৰলৈ সোমাই আহিল। মই লাহে লাহে আইতাক ভিতৰলৈ লৈ আহিলো। আমাৰ দেশৰ আইতাহঁতক কৰা সন্মানখিনিৰ কাৰণে ওফন্দি থকা মোৰ গৌৰৱখিনি কেনিবা হেৰাই গ'ল। ভাবিলো, মিছেছ মেকডোনেল্‌ড আৰু আইতাৰ মাজত কিমান ব্যৱধান?

আইতাৰ অতীতৰ প্ৰতিপত্তিখিনিৰ কথা ভাবি মোৰ মনলৈ আহিল শ্বেক্‌ছপিয়েৰৰ কথা, তেওঁৰ বিশ্ববিখ্যাত 'কিং লীয়েৰ'ত জীয়েকৰ ঘৰত অপমান পাই অহা বৃদ্ধ ৰজা লীয়েৰক তেওঁৰ লগত অনবৰতে লাগি থকা ফুল বা বিদূষকটোৱে কৈছিল:

Thou wast a pretty fellow when thou hadst no need to care for her frowning ; now thou art an 0 without a figure. I am better than thou art now ; I am a Fool, thou art nothing.

# যাৰ বাবে মৌমাখিৰ গুণগুণনি

ভাত খোৱা মেজত বহি সকলোৱে নিজ নিজ ইচ্ছামতে নিজৰ আক্ষেপ-অভিযোগবোৰ দি গৈছিল। দীপকে শুনিছিল। প্ৰথমতে আঠবছৰীয়া গাম্ভীৰ্যৰে আৰম্ভ কৰিছিল ডাঙৰ জীয়ৰী প'লাই। "দেউতা, তুমি কিন্তু আন আন দেউতাবোৰতকৈ বহুত বেলেগ।"

"কিয়, তাৰ মানে কি ক'বলৈ বিচাৰিছা?"

"ও, তাই ঠিকেইতো কৈছে", ছবছৰীয়া লুনাক ভাত খুৱাই থকা ৰেখাই মাত লগাইছিল, নিজৰ ব্যাৱসায়িক সুৰ মিহলাই, "মাহটোৰ আধা সময় তোমাৰ যায় টুৰত, আধা সময় অফিচত। তাকো তুমি শুই উঠাৰ আগেয়ে সিহঁত গুচি যায় স্কুললৈ আৰু গধূলি তুমি ইমান দেৰিকৈ ঘূৰি আহা যে, সিহঁত তেতিয়া শুই পৰে। দেওবাৰবোৰ কটোৱা ক্লাবত বা আন ক'ৰবাত—গতিকে……।"

"গতিকে তাৰ ৰিমেডি এটা বিচাৰি উলিওৱাঁ, ৰেখা।"

"বাৰু ঠাট্টা কৰিব নেলাগে। মোৰ আৰু সুখ-দুখ বুলি বস্তু এটা নাইনেকি? জীৱনটো তিতা-কেঁহা লাগি গৈছে আৰু।"

"কিন্তু ৰেখা, মইতো ক'ব পাৰোঁ, মোৰ অফিচৰ কামখিনি আমনি লাগিছে বুলি। তোমাৰনো কি কাম? ঘৰুৱা বজাৰ-খিনিতো কাঞ্চাই কৰি দিয়ে। মাত্ৰ ইহঁতৰ বজাৰ……।"

"ইঃ তুমি বাৰু লৈ যোৱাঁচোন, এদিন চাওঁ।" "ঠিক আছে!"

লগে লগে গোটেইকেইটা ল'ৰা-ছোৱালীৰ হৰ্ষধ্বনিয়ে দীপকৰ কাণ ফালি দিওঁ দিওঁ কৰিলে। ভাত খাই উঠিয়েই কাগজ-পেঞ্চিল লৈ লিস্ট কৰাত ব্যস্ত হৈ পৰিল ৰবজীয়ৰী প'লা। লগে লগে তাই কৈছিল, "দেউতা জানা, আমাক মায়ে ইমান খং কৰে



সদায়। বজাৰলৈ আমাক নিব নোখোজে আৰু নিলেও মাত্ৰ এখন দোকানলৈহে যায়। আৰু বেলেগ দোকানলৈ যাবলৈ বিচাৰিলে খং কৰে আৰু লুনাক সকলো সময়তে ময়েই ধৰি থাকিব লাগে।"

"মাজনী বৰ বেয়া তোমালোকৰ।" দীপকে ৰেখালৈ চাই মুখ টিপি হাঁহিছিল। ৰেখাৰ খং উঠি প'লালৈ চাই কৈছিল, "কোৱাঁ, কোৱাঁ, মোৰ যিমান দোষ আছে সকলো কোৱাঁ। দেখিম, কেইদিন বজাৰলৈ নিব পাৰে।"

দীপকে জোকাইছিল ৰেখাক, "আই ঐ দেহি, বেচেৰীয়ে মোৰ বদনামবোৰ ক'বলৈ যাওঁতে নিজৰ বদনামবোৰহে ওলাই পৰিল। প'লা, লীনা, লুনা, কাইলৈ আমি অকলে অকলে বজাৰলৈ যাম। এতিয়া যোৱাঁ তোমালোক, ভাল ছোৱালীৰ দৰে শুই থাকাঁগৈ।"

জপিয়াই জপিয়াই আঁতৰি গৈছিল তিনিওজনী। প'লা নবছৰীয়া, লীনা আঠবছৰীয়া আৰু লুনা ছবছৰীয়া। থুনুক-থানাক লেনীয়া মাতেৰে তাইও দেউতাকৰ লগত বজাৰলৈ যোৱাটোকে সমৰ্থন কৰিলে। মাকে বোলে তাইক কোলাত তুলি নলয় আৰু সেই কাৰণে তাই দোকানৰ ধুনীয়া ধুনীয়া বস্তুবোৰ নেদেখে। "আৰু প'লা বাইদেৱে মোৰ হাতত ধৰি ইমান জোৰেৰে টানি লৈ যায়, যে মোৰ হাতখন ইমান জোৰকৈ বিষায়"—তাই কৈছিল। লীনাৰো অভিযোগ আছিল মাকৰ বিৰুদ্ধে, "দেউতা, মায়ে মোক সৰু চাইকেল এখন নিদিয়ে। কয় বোলে, ছোৱালীয়ে হেনো চাইকেল নচলায়। তুমি কিন্তু কাইলৈ মোক এখন কিনি দিবই লাগিব।"

"যা, যা, শুই থাকগৈ। চাইকেল কিয়, গাড়ী এখনকে কিনি দিম।" ৰেখাৰ খং উঠিছিল, ভালো লাগিছিল। পিতৃত্বৰ দাবী কৰা তিনিজনীলৈকে মৰম লাগি গৈছিল দীপকৰ। মাক ৰেখাৰ খংখিনিও বেয়া লগা নাছিল।

ৰেখাজনী দিনে দিনে খিংখিঙীয়া হৈ গৈছে, ক্ষীণ ক্ষীণ যেনো লাগিছে এইবাৰ! এৰা……বাহিৰা ইটো-সিটো কামত ঘূৰি

ফুবোঁতে ঘৰলৈ কাণ দিয়া নহয়েই। সাধাৰণতে বেখাৰ খং নুঠে। মনতে উঠে যদিও মনৰ খং মনতে মাৰ যায় চাগৈ।

পিছদিনা তিনিওজনীকে বেখাই উলিয়াই দিছিল দেউতাকৰ লগত। বজাৰলৈ যোৱাৰ গৌৰৱত ওফন্দি পৰিছিল প'লা, লীনা আৰু লুনা। মুখবোৰ সিহঁতৰ উজ্জ্বল হৈ উঠিছিল।

গুৱাহাটী ছহৰৰ মূল প্ৰান্ত পাওঁতে চিন্তিত হৈ পৰিছিল দীপক। লুনাক কোলাত তুলি প'লা আৰু লীনাক কৈছিল, "ও, তোমালোকে হাতত ধৰা, ও এতিয়া বলাঁ···সাৱধান···ইফালৰপৰা গাড়ী এখন আহি আছে······ও, এতিয়া বলাঁ, দোকানলৈ।"

কোলাৰপৰা লুনাক নমাই দিছিল দীপকে। এনেতে মুখখন মেলিবলৈ আৰম্ভ কৰি দিলে তাই। লীনাই তাইক ডাবি দিছিল, "ইঃ ইমান ডাঙৰ ছোৱালী! লাজ নেলাগে কান্দিবলৈ!" ঘোপাকৈ লুনালৈ চাইছিল তাই। আৰু ডাঙৰকৈ মুখখন মেল খাইছিল তাইৰ। বায়েকৰ দায়িত্বেৰে প'লাই লুনাৰ হাতত ধৰি কৈছিল, "লীনাজনীযে বৰ বেয়া নহয়!" সিহঁতৰ কাণ্ডখন ভাল লাগিছিল দীপকৰ।

কিতাপৰ দোকান এখনত সোমাব খুজি পিছ হুহকি বৈ গৈছিল লীনা। তাইৰ লগতে আনবোৰো ৰ'বলৈ বাধ্য হৈছিল। "দেউতা, কোৱালিটি আইচক্ৰিম্!" সকলোকে এটা এটা কিনি দি দীপক সিহঁতক লৈ সোমাই গৈছিল কিতাপৰ দোকানখনলৈ।

ৰং-বিৰঙৰ ছবিৰে ভৰা কিতাপবোৰৰ সোপাকে যেন ছোৱালীকেইজনীয়ে ঘৰলৈ লৈ আহিব! এসোপা এসোপা কিতাপ পছন্দ কৰি সিহঁতে দেউতাকৰ কাষ পাইছিলহি।

"নহয়, এয়া বহুত হৈছে। তিনিখনকৈ লোৱাঁ প্ৰত্যেকে।" লুনাৰ কাৰণে ছবিৰে ভৰা তিনিখন কিতাপ দীপকে নিজে বাছি দিছিল। বাকী দুজনীয়ে নিজৰ পছন্দমতে বিচাৰি উলিয়াইছিল। পইছাখিনি উলিয়াই দিছিল দেউতাকে।

লুনাক এটা পুতলা লাগে।



"ওহো, নেলাগে।" দীপকে বুজিছিল যে এজনীক দিলে বাকী দুজনীয়ে নিশ্চয় বিচাৰিব।

"জানা দেউতা, মালাৰ দেউতাকে মালাক এটা খোজ কাঢ়িব পৰা পুতলা কিনি দিছে।"

"কি হ'ল পিছে?"

"মোকো এটা কিনি দিবা?"

"ওহো, নিদিওঁ।"

লীনাক বাইচাইকেল এখন কিনি দিয়াৰ কথা ভাবিলে দীপকে। কাৰণ আগতেই প্ৰতিশ্ৰুতি দি থোৱা আছে। 'খেলা-ঘৰ'লৈ সোমাই গৈছিল দীপকে তিনি কন্যাক লৈ।

"জানা দেউতা, মই মালাৰ লগত কাজিয়া কৰিলো।"

"কিয়? বেয়া ছোৱালীয়েহে কাজিয়া কৰে!"

"ইঃ, মই তোমাক পৃথিৱীৰ ভিতৰত ভাল দেউতা বুলি কৈছিলো আৰু মালাই নহয় বুলি কৈছে!"

"সেই কাৰণে তুমি হ'বপায় কাজিয়া কৰিলা?"

"ও······কিয়নো তাই তোমাক বেয়া বুলি ক'ব?"

ছবছৰীয়া ছোৱালীজনীৰ কথাবোৰ ভাল লাগিছিল দীপকৰ। পুতলা কিনিবলৈ কৰা তাইৰ সৰু মগজুৰ চুটি বুদ্ধিটো আৰু বেছি ভাল লাগিছিল। ইতিমধ্যে লীনাই বিচাৰি লৈছিল তাইৰ বাইচাইকেলখন আৰু প'লাই লৈছিল এটা মনপলি ছেট। লুনায়ো পাইছিল তাইৰ 'মামী' ক'ব পৰা পুতলাটো। তাই দেউতাকক কৈছিল, "তুমি পৃথিৱীৰ ভিতৰত ভাল দেউতা, নহয়!" পুতলা দিয়া ছেলছ্‌মেনজনে তাইলৈ মৰমেৰে চাই হাঁহিছিল।

"দেউতা, অশোকালৈ যাওঁ ব'লাঁ!" লীনাই লেনিয়াই লেনিয়াই কৈছিল।

প'লাই তাইৰ মত দিছিল, "নেলাগে, নেযাওঁ, বহুত দেৰি হৈ গ'ল। কাপোৰ কিনিবলৈকে আছে।"

তাৰ পিছত কাপোৰ কিনা, দৰ্জীৰ তাত জোখ দিয়া,—এইবোৰ কৰোঁতে বহুত দেৰি হৈ গ'ল। প'লাই কৈছিল, "দেউতা, মালৈ এটা কেক্ ল'বাঁ?"

"দেউতা শুনা"—লুনাই দীপকৰ কাণত ফুচফুচাই কৈছিল, "বাথৰুমলৈ যাওঁ।"

"হায় ভগৱান! এতিয়া কি কৰা যায়?"

বজাৰত মাজত এতিয়া ক'ত......।

"মাজনী, অকণমান ৰ'ব পাৰিবানে?" অসন্তুষ্ট মনেৰে লুনাই মুৰ দুপিয়াইছিল। সকলোৰে ইচ্ছা পূৰণ কৰি তিনি কন্যাক লগত লৈ লৰা-লৰিকৈ ঘৰলৈ গুচি আহিছিল দীপক। ঘৰ পাই তিনিওজনীৰে আকৌ কাজিয়া—কোনে মাকৰ হাতত কেক্‌টো দিব?

"তোমালোকে ইমান কাজিয়া কৰা। দিয়াঁ মোৰ হাতত।" ধৈৰ্যৰ বান্ধ স্খলকি গৈছিল দীপকৰ। লীনাৰ হাতৰপৰা কেক্‌টো কাঢ়ি নি ৰেখাৰ হাতত দিছিল দীপকে।

"ইঃ দেউতাযে ইমান বেয়া!" লীনাৰ চকুযোৰ চল্‌চলীয়া হৈ পৰিছিল।

"ও, ভাই! কিতাপৰ দোকানত মোৰ এখন কিতাপ ইমান ল'বৰ মন গৈছিল, দেউতাই নিদিলে।" প'লাই কৈছিল।

"ও, মোকোতো পুতলাটো দিব খোজা নাছিল আৰু বাথৰুমলৈ......।" ৰেখাই লুনাক কথাযাৰ শেষ কৰিবলৈ নিদি ভিতৰলৈ লৈ গৈছিল। তথাপিও সিহঁতে অনৰ্গল কথা কৈ গৈছিল।

বজাৰৰপৰা আহি দীপক ভাগৰি পৰিছিল। ছোৱালী কেইজনীৰ মাতবোৰ ক্ৰমান্বয়ে নাইকিয়া হৈ গৈছিল। বোধ কৰোঁ বজাৰ কৰি সিহঁতৰ ক্লান্ত দেহবোৰে জিৰণি বিচাৰি শুই পৰিছে।

এবা,......ৰেখাজনীয়েনো কেনেকৈ চম্ভালে ইহঁতক! আজিহে যি গ'ল। আজিৰপৰা আৰু ইহঁতক লৈ কেনিও যোৱা নহ'ব।



মুখত মিচিকিয়া হাঁহি লৈ ৰেখা ওলাই আহিছিল। "কিহে, পৃথিৱীৰ ভিতৰত ভাল দেউতা! আজি ইমান কি খুৱালা ইহঁতক! ভাতবোৰ তেনেই পেলনি গ'ল। এমাহৰ খৰচ এদিনতে কৰিলা যেন পাওঁ!"

"খৰচৰ কথা বাদ দিয়াঁ! ইটো লাগে, সিটো লাগে! যেন গোটেই বজাৰখনকে সিহঁতে লৈ আহিব! আজিৰপৰা মোক যাবলৈ নক'বাঁ।"

"ইঃ, মই ক'লোনে তুমি নিজে ফুটনি মাৰি লৈ গৈছিলা? তুমি সিহঁতক নিনিওঁ বুলি কোৱাৰ আগতে সিহঁতে নেযাওঁ বুলি ক'লে!"

"এইবোৰতো মাকৰ কাম!"

"হাৰিও হাৰ নেমানা! কিন্তু যেনেকুৱা তেনেকুৱা মাক হ'লে বজাৰতে হেৰাব।"

"আই ছাৰেণ্ডাৰ, ডাৰ্লিং," দীপকে ৰেখাৰ হাতত ধৰি কৈছিল, "ব'লা, ভাত খাওঁগৈ!"

# এই মতামানুহবোৰ

লেখাই ভাবিছিল, এইদৰে আৰু নোৱাৰি। এইমাত্ৰ ঘৰটো সাৰি-মচি কাৰ্পেটখন জাৰি-জোঁকাৰি ভিতৰলৈ আনি পাৰিলেহি, পিছ মুহূৰ্ততে আহিল পল্লৱ জোতাত এসোপা গোবৰ লগাই। ল'ৰা-ছোৱালী দুটাৰতো কথাই নাই। দেউতাকক পোনপটীয়াকৈ একো ক'ব নোৱাৰি। সিহঁতকো কিবা এটা ক'লে ঘপ কৰে ক'ব, "এঃ......সৰু ল'ৰা-ছোৱালী ; কৰিবই আৰু!" জীৱনটো তিতা-কেঁহা লাগি গৈছে লেখাৰ। ৰাতিপুৱাৰপৰা শোৱালৈকে কৰি থকা কামবোৰেই কৰি থাকিব লাগে। এই শাক-খোৱা ভাত-খোৱা কামবোৰ কৰি আমনি লাগিছে সঁচাকৈয়ে!

"লেখা।"

"ওঁ"

"কি হৈছে?"

"একো হোৱা নাই। কিয়?"

"মোৰ ওপৰত খং উঠিছে?"

"খং উঠিছে? কিহৰ কাৰণে?"

"মোক নেমাতা......মোৰ লগত কথা নেপাতা।"

"তাৰ মানে তুমি কি ক'ব খুজিছা? এতিয়ানো মই কি কৰি আছো?"

"মই সোধা প্ৰশ্নবোৰৰ উত্তৰ দি আছা।"

"ও, আৰু কি কৰিব লাগেনো?"

লেখা উচাট মাৰি ভিতৰলৈ সোমাই গৈছিল। পল্লৱৰনো কি? ৰাতিপুৱায় যি এবাৰ অফিচলৈ ওলাই গ'ল, ঘৰৰ বাকীবোৰ চিন্তা আৰু তেওঁৰ মূৰত নেথাকে। আবেলি সময়ত ঘৰলৈ আহি



মুখ-হাত ধুই চাহ-তাহ খাই ওলাই যাব, নিশা আঠ-ন-মান বজাত আহি ঘৰ সোমাবহি। বাকী সংসাৰৰ এশ-এবুৰি ধুমুহা লেখাৰ মূৰেদিয়েই পাৰ হয়। ল'ৰা-ছোৱালীৰ অসুখ-বিসুখ হ'লে সিহঁতৰ দৰৱ অনা, ডাক্তৰ মতা, ৰাতি পৰ দিব লগীয়া—পল্লৱৰ নহয়। সিহঁতৰ খেলাধুলা, সিহঁতৰ কাপোৰ-কানি, সিহঁতৰ জন্মদিনৰ উপহাৰ, সিহঁতৰ হ'ম-ৱৰ্ক, সিহঁতৰ স্কুললৈ নানা ধৰণৰ গোচৰ দি লিখা চিঠি, সিহঁতে টিফিনত কি খাই ভাল পায়—সেইবোৰ লৈ পল্লৱৰ মূৰ ঘমাব নালাগে। তেওঁ সিহঁতৰ যত্ন লয়—তেওঁৰ যেতিয়া মন যায়, যেতিয়া ইচ্ছা হয়। কোনেও এইবোৰ সমস্যা তেওঁৰ বুলি ভবাটো আশা নকৰে। কাম কৰা ল'ৰাটো ঘৰলৈ যাবলৈ বিচাৰিলে, অথবা দৰ্মহা বঢ়াই দিবলৈ কৈ ভাবুকি দিলে নানা কথাৰে তাক ফুচুলাই মেলি ৰখাটো লেখাৰ দায়িত্ব। ধোবাই পল্লৱৰ এশটা শ্বাৰ্টৰ মাজৰপৰা কোনটো শ্বাৰ্ট হেৰুৱালে, কোনটোৰ বুটাম এৰাই গৈছে আৰু লগোৱা হোৱা নাই ; লেখাক নজনোৱাকৈ পল্লৱে ৰাতি ভাত খোৱাৰ কাৰণে নিমন্ত্ৰণ কৰি অহা মানুহবোৰক হাঁহিমুখে আপ্যায়ন কৰা ইত্যাদিও লেখাৰেই দায়িত্ব। তাৰ উপৰিও নিজৰ সমস্যাবোৰতো আছেই। হেয়াৰ-ড্ৰেছাৰৰ ওচৰলৈ যোৱা, চেলাউৰি উঠোৱা, ক্লিঞ্জিং মিল্কেৰে মুখ চাফা কৰা, সেইবোৰতো বিয়াৰ লগতে শেষ।

"পল।"

"ওঁ।"

"আজি ছেন্ট ক্লেৰৰ প্ৰিঞ্চিপালে ফোন কৰিছিল। চাকৰি এটা..."

"তুমি এপ্লাই কৰিছিলা?..."

"নাই কৰা। কিন্তু তেওঁ তোমাক সুধি লৈ, কাইলৈ যাবলৈ কৈছে। আগৰ টিচাৰগৰাকী বোলে হঠাৎ কেনিবা যাব লগীয়া হ'ল। সেই কাৰণে মোক......। মানে......! মই যদি কৰোঁ। বেয়া হ'বনেকি?"

"পাৰা যদি কৰাঁ, মোক কিয় সুধিছা ?" গহীন মাতটো শুনি লেখাই ভয় খাইছিল।

পিছদিনা ৰাতিপুৱা পাঁচ বজাতে উঠি লেখাই কাম কৰা ল'ৰাটোক জগাই দিছিল। তাৰ পিছত ৰান্ধনি-ঘৰলৈ গৈ জান-জুৰিৰ কাৰণে টিফিন যোগাৰ কৰি ভাত ৰান্ধিবলৈ কাম কৰা ল'ৰাটোক দিহা-পৰামৰ্শ দি লেখা গা-ধোৱা ঘৰত সোমাল। গা-পা ধুই ল'ৰা-ছোৱালী দুটাক ৰুটিনমতে কিতাপ-বহী বেগত ভৰাই দি সিহঁতক ভাত খুৱাই মেলি, নিজেও নাকে-মুখে দুটামান গুজি স্কুললৈ বুলি ওলাই আহিল লেখা।

এইদৰে প্ৰায় চাৰি মাহমান গ'ল। দিন যিমানেই যাবলৈ ধৰিলে, পল্লৱৰ আপত্তিও সিমানে বাঢ়িবলৈ ধৰিলে। কেতিয়াবা ক'ব, "জান-জুৰিহঁতৰ টেস্ট কপিবোৰ দেখিছানে ? এনেকুৱা বেয়া মাৰ্ক ছতো সিহঁতে কেতিয়াও পোৱা নাছিল।" কেতিয়াবা যদি লেখাৰ স্কুলৰ বহী চাই থাকোঁতে ভাত খোৱাত সামান্য পলম হয়, পল্লৱে টোপনি নধৰিলেও ধৰিছে বুলি ঠিক বিছনাত পৰিবহি। কেতিয়াবা আকৌ ভাতৰ মেজত বহি ক'ব, "এইটোৱেযে এইবোৰ কি ৰান্ধিছে ! সদায়ে একেবোৰ বস্তুকে খাব পাৰিনেকি ?" আৰু কেতিয়াবা ক'ব, "অনুপমহঁতক বহুত দিন খাবলৈ মতা নাই। এদিন মাতাঁচোন !" অথচ এইবোৰৰ অন্তৰালত থকা পল্লৱৰ মনৰ ক্ষোভখিনিৰ কথা লেখাই জানে। লেখাই জানে যে জান-জুৰিয়ে 'উইক্‌লি টেস্ট'ত সদায় পোৱাৰ দৰে 'মাৰ্কছ্' পায়েই আছে। লেখাই স্কুলত কাম কৰাৰ কাৰণেইযে পল্লৱৰ সোনকালে টোপনি ধৰে ; অনুপমহঁতক প্ৰয়োজনতকৈ সোনকালে ভাত খাবলৈ মাতিব লাগে।—তাইৰ স্কুলৰ কামৰপৰা হোৱা ব্যস্ততাখিনিত ব্যাঘাত জন্মাবলৈকে পল্লৱৰ মুখত অৰুচি হয়—এইবোৰ লেখাই জানে।···

স্কুললৈ সোমাই যাওঁতে গুড মৰ্নিং মিছ্, গুড মৰ্নিং মিছ্ বুলি সম্বোধন কৰা ছোৱালীৰ জাকবোৰ পাৰ হৈ যাওঁতে কটন



হোস্টেলৰ দাঁতিত ছোৱালী জোকাবলৈ বৈ থকা ল'ৰাৰ জাক পাৰ হৈ যোৱা যেন লাগে লেখাৰ। স্টাফ-ৰুমৰ ভিতৰত সোমোৱাৰ লগে লগে মনটো অকণমান সময়লৈ ভাল লাগে লেখাৰ। সদায় প্ৰথম পিৰিয়ডটোত ছোৱালীহঁতক হাউছ টিচাৰে 'মৰেলছ'ৰ ক্লাছ লয়। বাকীসকল টিচাৰ ৪৫ মিনিটৰ কাৰণে কথাৰ মাজত হেৰাই যায়। অৱশ্যে সেইখিনি সময় তেওঁলোকক দিয়া হয় বহী শুধৰাবলৈ। কিন্তু বহী শুদ্ধ কৰি সকলোৰে একে বিৰক্তি। মিছেছ্ চৌধুৰীৰ কথাবোৰ শুনি খুব ভাল লাগে লেখাৰ। তেওঁ কেতিয়াবা কয়, "এই ক্লাছ ছেভেনৰ ৰূপা-ৰূনা নামৰ বায়েক-ভনীয়েক দুজনীৰ কাৰণে কোনোবাই যদি দয়া কৰি দুটা দৰা বিচাৰি দিয়ে, মই বৰ সুখী হ'ম। সিহঁতৰ মাক-দেউতাকৰো মুক্তি, লগতে আমাৰো। সিহঁতৰ দুখন বহী কমিলেও আমাৰ অলপ ৰক্ষা। যিহে লিখে !" সকলোৱে হাঁহে। মিছ ৰ'জে অসমীয়া ক'ব নোৱাৰিলেও, অসমীয়া বুজে। তেওঁ হাঁহি হাঁহি কয়, "বাট হোৱাই ডু ইউ ওৱান্ট টু পুট দ্যোজ অ'ফুল বাৰ্ডেনছ্ আন ডি পুৱৰ বয়জ ?" আকৌ হাঁহি।

এনেতে সোমাই আহে জুৰি। নতুনকৈ বিয়া হোৱা জুৰি, লেখাহঁতৰ স্টাফৰ সকলোতকৈ কম বয়সৰ শিক্ষয়িত্ৰী। কেঁকোৰা চুলি, গোল মুখৰ জুৰিক বৰ মৰম লাগে লেখাৰ। কথাবোৰ বৰ মৰম লাগি যোৱাকৈ কয়। তাই সোমাই অহাৰ লগে লগে কোনোবা এগৰাকীয়ে কয়, "জুৰি, কি হ'ল ? মুখখন দেখোন ফুলাই আহিছা।"

"ও, বৰ খং উঠে, জানে। কালি মই আৰু সুমন্ত ফুৰিবলৈ গৈছিলো।······সুমন্তৰ ককায়েকে মোলৈ এটা স্প্ৰে পাৰফিউম পঠাইছিল পেৰিছৰপৰা। আমি নেথাকোঁতে কাম কৰা ছোৱালীজনীয়ে গোটেইটো শেষ কৰিলে। ৰুমটো আজিলৈকে গোন্ধাই আছে।"

"তুমি পিছে কি কৰিলা ?"

"কিনো কৰিম ? এক চৰ মাৰিলো, মইহে দুখ পালো হাতত,

সেই কাৰণে তাইক ক'লো, 'তই নিজৰ গালতে নিজে চবিয়াই থাক।' ইমান খং উঠে!"

জুবিৰ কথাত আমাৰ হাঁহিৰ শব্দ শুনি সোমাই আহে ছিস্টাৰ ক্লিওপেট্ৰা। গোল গোল চকুৰ মণিকেইটা চকুৰ ইমূৰৰপৰা সিমূৰলৈ ঘূৰায়। কেইষাৰমান নীতি-বচন শুনাই বহি চাবলৈ কৈ তেওঁ ওলাই যায়। ইয়াৰ পিছতে সোমাই আহে মিছেছ্ তালুকদাৰ। তেওঁক দেখি হাঁহি হাঁহি কয় মিছেছ্ চৌধুৰীয়ে, "কি হ'ল? কালি আপোনাৰ জেশাহুৰ দেওৰেকৰ জীয়েকৰ অন্নপ্ৰাশন পতা পৰ্বটো শেষ হ'ল নে নাই?···আপোনাক লৈ আৰু নোৱাৰি দেই।" মিছেছ্ তালুকদাৰে একো নকৈ হাঁহি হাঁহি বেগটো থৈ, ডেস্কৰপৰা পিছৰ পিৰিয়ডটোৰ কাৰণে কিতাপ উলিয়াই লয়।

লেখাহঁতৰ স্টাফৰ টিচাৰবোৰৰ ভিতৰত মিছেছ্ শইকীয়া সকলোতকৈ সুখী। তেওঁৰ স্বামীয়ে বোলে বৰ বুজে তেওঁৰ কথা, যদিও তেওঁ নিজে কথাটো হাঁহি হাঁহি অস্বীকাৰ কৰে। সকলোৱে তেওঁক জোকায়। বিশেষকৈ মিছেছ্ দত্তই। কয়, "চাওঁ, চাওঁ, আজিনো আপোনাৰ মিস্টাৰে টিফিনত কি দিছে? যি হ'ল হ'ল, মোৰজনৰ লগত সলাবনেকি?"

ঘৰ আহি পাওঁতে চাৰি বাজে। ঘৰলৈ আহিলে কিবা নহয় কিবা বিশৃঙ্খলা সদায় থাকে। কোনোবাদিনা হয়তো এসোপামান আলহীয়েই বহি আছে। এদিন স্কুলৰপৰা গৈ দেখে যে জুবি শুই আছে, গাত জ্বৰ। জানে ওচৰৰ মানুহঘৰৰ ল'ৰাটোৰে সৈতে গোটেই ঘৰৰ বস্তু ওলট-পালট কৰিছে। কাম কৰা ল'ৰাটোৱে প্ৰশ্নবোধক চিন এটাৰ দৰে বৈ লেখালৈ বাট চাই আছে, আৰু পল্লৱে অফিচৰপৰা আহি একো নোখোৱা-নেমেলাকৈ বহি আছে। পল্লৱৰ এপাত জোতা দুৱাৰ-মুখত, এপাত কাৰ্পেটৰ ওপৰত, মোজা দুপাত দুখন ছোফাৰ দুটা মূৰত। লেখাৰ ধৈৰ্য হেৰাই যাব খুজিলেও, বৈ যাবলৈ বাধ্য হয়।



"পল।"

"ও!"

"কি হৈছে, এইবোৰ?"

"দেখিছাই দেখোন।"

সমস্যা-সমাধানৰ কোনো উপায় বিচাৰি নেপাই লেখাই ক'লে, "ও, ময়ো ভাবিছো। চাকৰি এৰাৰ কথা আজি মই প্ৰিঞ্চিপালক কৈ আহিছো। তুমি কাইলৈ ৰেজিগ্‌নেছন লেটাৰখন দি থৈ আহিবাঁ।" ভলেখাইবিছিল পল্লৱে অনিচ্ছা সত্ত্বেও তাইক বাধা দিব।

"ও, এনেকৈ আৰু কিমান দিন চলিবা? ৰ'বাঁ, মই জুবিৰ ওচৰতে বহোঁগৈ। জানৰ কাণ্ড দেখিছা? তুমি নাথাকিলে সি ভালেই পায়।"

বেছ এক উৎফুল্ল মনেৰে পল্লৱ শোৱনি কোঠালৈ সোমাই গৈছিল আৰু জুবিক লৈ ব্যস্ত হৈ পৰিছিল। মনটো অবাক হৈছিল যদিও, লেখাই দেখুওৱা নাছিল। মুখ-হাত ধুই কাম-কৰা ল'ৰাটোক ঘৰটো চিজিল লগাবলৈ দিহা দি নিজে এপিয়লা চাহ খাই, এপিয়লা পল্লৱৰ হাতত তুলি দি, জুবিৰ ওচৰত বহিছিল লেখা। এইবাৰ পল্লৱেই আৰম্ভ কৰিছিল, "এইবাৰ জানহঁতৰ ছামাৰ ভেকেশ্যনত কাশ্মীৰৰ ফালে ফুৰিবলৈ যোৱাৰ কথা ভাবিছো। তুমিতো বহুত দিন কেনিও যোৱা নাই। তোমাৰ চেহেৰাটোও ইমান বেয়া হৈছে।"

পল্লৱে নেদেখাকৈ দাঁত কৰচাৰ বাহিৰে বেলেগ কোনো উপায় নাছিল লেখাৰ। লেখাই জানে পল্লৱৰ এই উপলব্ধি, তাইৰ চেহেৰাৰ প্ৰতি হোৱা সচেতনতা বেছি দিনৰ কাৰণে নহয়, তাৰৈ চাই লেখাই মনতে মিল্টনৰ 'পেৰেডাইজ লস্ট'ৰ দুটামান শাৰী আওৰাইছিল। "He for god only, she for god in him. His fair front and eye sublime declared absolute rule."

আৰু লেখাৰ মনটো খং, অভিমান আৰু ক্ষোভেৰে ভৰি পৰিছিল।

# নাইটমেয়াৰ

"মোৰ বিয়া পাতিছে বন্ধু......মোৰ বিয়া পাতিছে। মই তোমাক কেনেকৈ বুজাওঁ! আই এম ছৰি,......আই এম ভেৰি ভেৰি ছৰি!" ভীতি-বিহ্বল স্বৰেৰে স্বৰূপে কথাখিনি কৈ গৈছিল।

বন্দনাই হাঁহিছিল, এটা সেমেকা হাঁহি। "ওহো......ইউ মাস্ট নট বি ছৰি। লাভ্ ইজ্ নেভাৰ্ এভাৰ্ হেভিং টু ছে ডেট্ ইউ আৰ্ ছৰি।"......

প্ৰকাশ কাপুৰৰ অফিচৰপৰা ওলাই আহিছিল এজনী আধুনিকা গাভৰু। বন্দনা সোমাই গৈছিল কাপুৰৰ ৰুমলৈ। তাইক যোৱা দেখি বহিবলৈ দি মিস্টাৰ কাপুৰে কৈছিল, "আই এম্ ছৰি মিছ্, আই হেভ এ পিছ্ অব্ বেড নিউজ।"

তেওঁৰ কথাষাৰ শুনি বন্দনাৰ খং উঠিছিল যদিও নিজকে সংযত কৰি লৈ কৈছিল, "বাট মিস্টাৰ কাপুৰ, ইউ প্ৰমিছ্ড্ নট টু ডিচাইড্ ডেফিনিট্‌লি আনটিল্ ইউ হেভ্ ছিন্ মাই ডেকৰ্ আইডিয়াজ্।"

বেছ এক দাম্ভিকতাৰে মিস্টাৰ কাপুৰে উত্তৰ দিছিল, "টু বি ফ্ৰেঙ্ক, মিছ, আই হেড্ এন একৃচেপ্‌চনেলি গুড অফাৰ ফ্ৰম্ ডি অশোক মেহৰা অৰ্গেনাইজেছন।"

বিফল হৈ বন্দনা ওলাই আহিছিল। বম্বেৰ এখন সৰু ইনটেৰিয়াৰ ডেকৰেটৰ ফাৰ্মৰ ডিজাইনাৰ বন্দনা বৰুৱাই। মেহৰা অৰ্গেনাইজেছন-খনে এটা এটাকৈ কেইবাটোও কন্ট্ৰেক্ট তাইৰপৰা কাঢ়ি লৈ গৈছে।

অফিচ আহি পোৱা মাত্ৰকে মেনেজাৰে তাইক অন্য এক কন্ট্ৰেক্টৰ কথা কৈছিল। সুৰজিত সিংহ নামৰ মানুহ এজনৰ নতুনকৈ খুলিব খোজা ৰেষ্টোৰাঁখনত ডিজাইন কৰি দিব লাগে। মেনেজাৰৰ-



পৰা সুৰজিতৰ হোটেলৰ এড্ৰেচটো লৈ তাই লৰা-লৰিকৈ গৈছিল।

হোটেল পোৱা মাত্ৰকে বন্দনা অবাক। তাই গৈ পোৱাৰ আগতে মেহৰাৰ ৰিপ্ৰেজেন্‌টেটিভ তাত উপস্থিত! কি কৰিম, কি নকৰিম ভাব লৈ থাকোঁতেই হঠাৎ এটা কথা খেলাইছিল বন্দনাৰ মনত। লৰালৰিকৈ তাই ওচৰৰ এটা টেলিফোন বুথৰ ওচৰলৈ গৈ ফোনত কাৰোবাৰ লগত কিবা কৈ তাই উভতি আহিছিল সুৰজিতৰ হোটেললৈ।

সুৰজিত সিংহ মানুহজন ভাল যেন লাগিছিল কিন্তু স্বভাৱটো অলপ পাতল। হোৱায়-নোহোৱায় এসোপামান কথা বলকি যায় আৰু কথায় কথায় হাঁহে। সুযোগ বুজি বন্দনাই সুৰজিতৰ হতুৱাই কন্টেক্টতো চহী কৰোৱাই লৈছিল।

অশোক মেহৰা অৰ্গেনাইজেছনখনত বহুত ৰূপহীয়ে কাম কৰে। অশোক মেহৰা ডেকা মানুহ, দেখিবলৈও ধুনীয়া। সেই কাৰণে অশোকৰ কাৰণে ছোৱালীহঁতে হাবাথুৰি খাই কাম কৰি ফুৰে যদিও তাৰ বিনিময়ত সিহঁতে খুব কমেই পায়।

সুৰজিত সিংহৰ তালৈ পঠোৱা ছোৱালীজনীক দেখি হাঁহি হাঁহি অশোকে তাইলৈ চাই কৈছিল, "হা......ই......ৰজি! এভ্ৰিথিং ছাইন্ড, চিলড্ এণ্ড ডেলিভাৰ্ড?"

অশোকৰ এটা হাঁহিয়েই ছোৱালীহঁতৰ কাৰণে যথেষ্ট। অশোকৰ মুখৰ হাঁহিটো দেখি ভাল পাইছিল যদিও পিছ মুহূৰ্তত সি কোৱা কথাখিনি শুনি তাই বিব্ৰত হৈ উঠিছিল। "ইয়েছ্......বাট বছ, ......আফটাৰ ইয়ৰ্ ফোন্ কল্ আই ড্ৰপট্ ইট লাইক এ হট পটেটো।" ৰজিৰ কথা শুনি অশোক অবাক। "হোৱাট্?...... আফ্‌টাৰ্ মাই ফোন্ কল্।"

ভাবি-চিন্তি অশোকে বুজিছিল এয়া আচলতে কাৰ কাণ্ড। বন্দনা বোলা ছোৱালীজনীয়ে এইদৰে আৰু কেইবাটাও কন্ট্ৰেক্ট

তাৰপৰা লৈ লৈছে। আজি-কালি ছোৱালীজনীৰ বহুত সলনি হৈছে। আগৰ দৰে শাৰী নিপিন্ধি তাই সকলো ধৰণৰ আধুনিক সাজপাৰ পিন্ধে। খুব স্মাৰ্ট হৈছে। বহুতৰে মুখত সি তাইৰ প্ৰশংসাও শুনিছে……বাৰু দেখা যাওক, তাইক কি কৰিব পৰা যায়।……

মনত বহুত দ্বিধা, সঙ্কোচ, সংযম আৰু শিহৰণৰ এক অস্বাভাৱিক ককটেল লৈ বন্দনা গৈছিল প্ৰকাশ মেহৰাৰ পাৰ্টিলৈ। প্ৰকাশে তাইক এটা কন্ট্ৰেক্ট দিয়াৰ কথা আছে। মানুহজনক বন্দনাৰ ভাল লাগিছে আৰু এই ভাল লগাখিনিৰ কাৰণেই হয়তো প্ৰায় দুমাহ হৈ যোৱা সত্বেও তাই মানুহজনৰ আগত কন্ট্ৰেক্টৰ কথা উলিওৱা নাই—উলিয়াব পৰা নাই। পাৰ্টিলৈ যোৱা, মদ খোৱা, নচা—এৰিস্টোক্ৰেচিৰ লগত বন্দনাৰ আগতে ৰাহি-জোৰা কোনো-দিনেই অহা নাছিল যদিও প্ৰকাশৰ লগত চিনাকি হোৱাৰ পিছৰপৰা দ্বিধাবোধ কৰা সত্বেও তাই গৈছিল পাৰ্টিলৈ। ওখ-পাখ, ধুনীয়া ল'ৰা প্ৰকাশ। পছিমীয়া ঢঙত কথা পাতে, কাম কৰে, অথচ ইণ্ডিয়ান লেংগুৱেজ কেইবাটাও জানে প্ৰকাশে। পাঁচ বছৰ অসমত থকাৰ পিছত অসমীয়া ক'বও পৰা হ'ল সুন্দৰকৈ। সদায়ে তাইক সি ফুৰিবলৈ লৈ যায়। বন্দনাৰ বিৱেকে বন্দনাক সদায় সোঁৱৰাই দিয়ে যে তাইৰ আৰু প্ৰকাশৰ মাজত এন্টায়াৰ্‌লি বিজ্‌নেছ্‌ ডিলিংছৰ বাহিৰে একোৱেই নহয়। তথাপি প্ৰকাশৰ প্ৰতি এটা দুৰ্বলতা গঢ় লৈ উঠিছিল বন্দনাৰ।

সেইদিনা তাই যোৱা দেখি, ইমানবোৰ অতিথি যোৱা সত্বেও তাইক লৈ ব্যস্ত হৈ পৰিছিল প্ৰকাশ। বন্দনাই ওখকৈ এটা ফ্ৰেঞ্চ-ব'ল কৰিছিল, এযোৰ ধুনীয়া বনকৰা ৰিহা-মেখেলা পিন্ধিছিল। কাণত, হাতত আৰু ডিঙিত মুকুতাৰ পাতল অলঙ্কাৰ। তাইক দেখি মহিলা সকলোৱে ঈৰ্ষাৰ দৃষ্টিৰে চাইছিল। পুৰুষসকলে প্ৰশংসাৰ চাৰনি ছটিয়াইছিল। এইবাৰেই তাইৰ জীৱনত প্ৰথম পাৰ্টিৰ সোৱাদ—মিঠা মিঠাকৈ তিতা লগা এক অদ্ভুত সোৱাদ। এখন ছোফাৰ এচুকত তাই বহি পৰিছিল। বেয়েৰাই আনি দিয়া ট্ৰেখনৰ-পৰা প্ৰকাশে তাইৰ হাতত তুলি দিছিল চিৰামিকৰ এটা বিয়াৰ মাগ্‌। তাই মূৰ জোকাৰিছিল আৰু প্ৰকাশে কৈছিল 'টেক ইট্‌ ইজি। ইট্‌ ইজ্‌ অন্‌লি এ ছফট্‌ ড্ৰিঙ্ক! ইউ কেন্‌ মেনেজ্‌ ইট্‌ ওৱেল্‌।"

প্ৰকাশৰ এপাৰ্টমেন্টটোৰ চাৰিওফালে চকু ফুৰাইছিল বন্দনাই। হল-ঘৰৰ দৰে এটা ডাঙৰ ঘৰ। এফালে কোমল কাৰ্পেটৰ ওপৰত ছোফা, ডিভান, পিয়ানো, পুফে ছাইডবোৰ্ড আৰু এফালে ডাইনিং টেবিল আৰু চকিবোৰ বেৰৰ দাঁতিয়ে দাঁতিয়ে সজোৱা আছে। ডাঙৰ ডাঙৰ ছাইডবোৰ্ডবোৰৰ ওপৰত নানা ধৰণৰ দামী ডিনাৰৰ ছেট, ওৱাইন গ্লাছ ছেট, পেগ ছেট, ক্লেৰেট্‌ ছেট। শাৰী শাৰীকৈ সজোৱা বিভিন্ন ধৰণৰ ফৰেন লিকাৰ্‌—ব্লেক নাইট, হোৱাইট লেবেল, জনি ৱাকাৰ, হোৱাইট হৰ্ছ, অল্ড স্মাগ্‌লাৰ, ডিম্পল্‌ বিবন, ব্লেক ডাইমণ্ড আৰু বহুত কিবাকিবি। বন্দনাই লক্ষ্য কৰিছিল যে পাৰ্টিৰ পাতল পৰিৱেশটো যেন লাহে লাহে উদাস আৰু নিৰ্বাক হৈ পৰিছে। দল ভাঙি সকলো যোৰ-যোৰকৈ উঠি পৰিল। প্ৰকাশ বন্দনাৰ ওচৰলৈ আহিছিল। বন্দনাই মূৰ জোকাৰিলে। তাইৰ ওচৰৰপৰা প্ৰকাশ গৈছিল আন এজনী ছোৱালীৰ ওচৰলৈ। আধুনিক সাজ-পোছাক কৰিছে ছোৱালীজনীয়ে। তাইৰ পোছাক দেখি, তাইৰ শুদ্ধ ফৰ্‌ফৰীয়া ইংৰাজী উচ্চাৰণ শুনি বন্দনাৰ মনত এক দাৰুণ ঈৰ্ষাৰ ভাব জাগি উঠিছিল। আৰম্ভ হৈছিল উদ্দাম নৃত্য। বেয়েৰাবোৰে খোৱা বস্তু লৈ অবিৰাম গতিৰে অহা-যোৱা কৰিছিল; খোৱাই খাইছে, নচাই নাচিছে। অলপ সময়ৰ পিছত প্ৰখৰ জ্যোতিৰ বাল্ব্‌বোৰ নুমাই গ'ল। ঠাই কৰি জ্বলেহি নীলা, সেউজীয়া কোমল লাইটৰ পোহৰে।

এটা সৰু দলৰ মাজত যেন এক ধুনীয়া খেল চলিছিল। শৰীৰৰ

উত্তাপ আৰু বিদ্যুৎ প্ৰৱাহিত হ'বলৈ দি তেওঁলোক তৃপ্ত হৈ উঠিছে যেন। মাজে মাজে মাত্ৰ পানীয়তে হাত দি কাজু-নাট্ছৰ বাবে হাত আগ বঢ়াইছে। বতাহত পপ্ মিউজিকৰ টুকুৰা বিয়পিছে। মনৰ ক্ষুধা, দেহৰ ক্ষুধা তৃপ্ত কৰাৰ পিছত সকলো যেন ক্লান্ত হৈ পৰিল আৰু এই অদ্ভুত উদ্ভাসিত অন্ধকাৰত বন্দনাই বহুত অভাৱনীয় ঘটনাকেই ঘটি যোৱা দেখিলে। পোছাকৰ খস্খসনি, হাঁহিৰ টুকুৰা আৰু ঘন নিশ্বাসে বন্দনাক অতিষ্ঠ কৰি তুলিছিল। ইতিমধ্যে তাই পলাই আহিছিল। ডাঙৰ ডাঙৰ স্কাই-স্ক্ৰেপাৰৰ ফাকে ফাকে ভুমুকি মাৰি থকা, মাজ নিশাৰ স্নিগ্ধ আকাশখনলৈ বন্দনাই চাইছিল। এক প্ৰচণ্ড ঘৃণাৰ ভাব জাগিছিল বন্দনাৰ মনত। এইবোৰেই হৈছে সংস্কৃতি! এইবোৰ নহ'লে, এইবোৰ নকৰিলে যেন মানুহ আন্কাল্চাৰ্ড হয়, বেক্ডেটেড্ হয়। বন্দনাৰ মনত জাগি উঠিছিল এক তীব্ৰ চেতনা, এক অভূতপূৰ্ব বোধশক্তি। তথাপি তাইৰ কামটোতো হ'বই লাগিব।

পিছদিনা বাতিপুৱা অফিচলৈ বুলি বন্দনা ওলাই আহোঁতে হঠাৎ তাইৰ কাষত ধুনীয়া গাড়ী এখন বৈ গৈছিল। মুখত এমোকোৰা হাঁহিৰে সুৰজিত সিঙে তাইক গাড়ীৰ দুৱাৰ খুলি দিছিল। বন্দনা গাড়ীত উঠিল আৰু হঠাৎ এখন গাড়ী বন্দনাহঁতৰ কাষেদি পাৰ হৈ গ'ল। সুৰজিতে বন্দনালৈ চাই কৈছিল, "লুক ডি মাইটি অশোক মেহৰা হেজ্ বাইপাছ্ড্ আছ্।" বন্দনা অবাক, সেয়াযে তাইৰ প্ৰকাশ মেহৰা, বুজিবলৈ বাকী নাথাকিল বন্দনাৰ। তথাপি তাই সুৰজিতক একো নক'লে। সুৰজিতৰ গাড়ী বন্দনাৰ অফিচৰ সমুখত ৰৈছিলহি। ধন্যবাদ জনাই তাই অফিচলৈ সোমাই আহিছিল। আহিয়েই তাই অশোকৰ ঘৰৰ নম্বৰ ডায়েল কৰিছিল। "ইয়েছ্?" অশোকৰ গহীন গম্ভীৰ স্বৰ বাজি উঠিছিল টেলিফোনৰ তাঁৰত।

"হেল্লো প্ৰকাশ!"



"হা……ই বেবী! লাস্ট নাইট……ৰিয়েলি……ইউ লুক্ড্ লাইক্ এন্ এঞ্জেল্……ফ্ৰেছ্ ফ্ৰম্ হেভেন্!"

"ইজ্ ইট্? প্লিজ্ স্টপ্ ইয়ৰ ৰটেন্ ননচেন্স, মিস্টাৰ অশোক মেহৰা! আই নেভাৰ ৱান্ট টু ছি ইউ এগেইন।"

টেলিফোনৰ ৰিছিভাৰটো থেকেচা মাৰি থৈ বন্দনাই হুক্হুকাই কান্দিছিল। পূৰা আধা ঘণ্টা সময় কান্দিছিল। তাই তাৰ পাছত চকুযোৰ মচি লৈছিল। কি দৰকাৰ পৰিছে কান্দিবলৈ! বন্দনাৰ এনেকুৱা লাগিছিল যেন তাই নিজৰ জীৱনৰ ইতিহাস নিজে আগতে ক'ৰবাত শুনিছিল, ক'ৰবাত পঢ়িছিল। অদূৰ ভৱিষ্যতত এনেকুৱা কিবা এটা ঘটিব পাৰে বুলি তাই যেন প্ৰস্তুত হৈয়েই আছিল এইবোৰ মানুহৰ জীৱনৰ একোটা একোটা দুঃস্বপ্ন। স্বৰূপ প্ৰথম, অশোক দ্বিতীয়। মানুহৰ জীৱন বহুত ব্যাপক, বহুত বিস্তৃত। এনেকুৱা সাধাৰণ অনুভূতিপ্ৰৱণ ঘটনাতেই মানুহৰ জীৱন কেৱল সীমাবদ্ধ হৈ নাথাকে।

টেলিফোন আকৌ জোৰেৰে বাজি উঠিছিল। ৰিছিভাৰ তুলি লৈছিল বন্দনাই। "হেল্লো!"

"বেবী, ডু ফৰ্গিভ্ মি! আই ৰিয়েলি ডিড্ নট্ মিন ইউ। ……আই এম ছো ছৰি!……"

"অ……ন', ইউ মাস্ট্ নট বি ছৰি! লাভ ইজ্ নেভাৰ এভাৰ হেভিং টু ছে ডেট্, ইউ আৰ ছৰি!"

# প্ৰহৰী

ক্ৰমে যেতিয়া পৃথিৱীলৈ এন্ধাৰ নামি আহে, বিশাল আকাশখন যেতিয়া এটা দুটাকৈ বহুতবোৰ তৰাৰে ভৰি পৰে, জোনাকী পৰুৱাবোৰে যেতিয়া সিহঁতৰ সামান্য শক্তিৰে পৃথিৱীলৈ নামি অহ অন্ধকাৰখিনি আঁতৰাবলৈ বৃথা চেষ্টা কৰে, তেতিয়াই মোৰ মনটো ভৰি পৰে আশঙ্কাৰে।

মই বুজি পাওঁ তোমাৰ অহাৰ সময় হৈছে।......তুমি আহিবা ......কিন্তু তুমি আহা......কিন্তু তুমি কিয় আহা......কিয় আহি লাগে, পল্লৱ ? কিয় ?...... ?

সদায়ে এন্ধাৰ নামি অহাৰ লগে লগে তুমি মোৰ ওচৰলৈ অহা কি প্ৰয়োজন থাকিব পাৰে ? তোমাক মই ভাল পাইছিলো,— বহুত দিনৰ আগেয়ে।......এতিয়া নহয়, পল্লৱ। তেতিয়া তুমি মোক, আৰু ময়ো তোমাক বিচাৰিছিলো, নিবিড়ভাৱে পাবলৈ কিন্তু এতিয়া তোমাকতো মই ভাল নেপাওঁ! তোমাকতো মই নিবিচাৰোঁ। অথচ তুমি আহা মোৰ ওচৰলৈ। যিদিনাখন মই গম পাইছিলো, দিল্লীৰপৰা ঘূৰি অহাৰ পথত, বিমান, দুৰ্ঘটনাত তুমি নিঃশেষ হৈ গৈছা, সেইদিনাৰপৰাইতো মই তোমাক ভাল পাবলৈ এৰি দিছো, তোমাক পাহৰি যাবলৈ চেষ্টা কৰিছো। সঁচা, মো প্ৰতিশ্ৰুতি আছিল সদায়ে তোমাৰ হৈ থকাৰ। সেয়েহে মন-প্ৰা সকলো মই তোমাতেই ঢালি দিছিলো। দুয়ো আগ বাঢ়ি গৈছিলে ইজনে সিজনক পোৱাৰ শেষ সীমনাৰ শেষ বিন্দুলৈকে। কাৰ মইতো জনা নাছিলো, তোমাৰ মৃত্যু ইমান সহজেই হ'ব পা বলি! কিন্তু মোক এইদৰে আমনি কৰিবলৈ কিয় আহা তুমি



মোৰ বৈৱাহিক জীৱনৰ সুখ-সমৃদ্ধি দেখি কি তোমাৰ ঈৰ্ষা জাগে ? তোমাৰ কি সহ্য নহয় ?

তোমাৰ মৃত্যু হ'ল! তোমাৰ মৃত্যুকে জীৱনৰ সম্বল কৰি জীয়াই থকাটো মোৰ দৰে এজনী ছোৱালীৰ বাবে বৰ কষ্টকৰ!

মাজে মাজে ভাবোঁ তোমাৰ মৃত্যু হ'ল মাথোঁ মোৰ ভালৰ বাবেই। সেয়েহে তোমাৰ মৃত্যুৰ এমাহৰ পিছতে মই ভাল পাই পেলালো অমিতাভক—অমিতাভ বৰুৱাক! তোমাক ভাল পাইছিলো বুলিয়েই, চিৰ জীৱন যে মই আন কাকো ভাল নেপাই থাকিম তাৰতো কোনো অৰ্থ নাই ; সকলো ভাল পোৱাৰতো অৰ্থ নেথাকে! জানো শিক্ষাৰ ফালৰপৰা অমিতাভৰ লগত তোমাৰ কোনো তুলনা নহয়। কেইবাবাৰো চেষ্টা কৰিও অমিতাভে গ্ৰেজুৱেচনটোকে ল'ব নোৱাৰিলে, কিন্তু টকা থাকিলে মোৰ কাৰণে শিক্ষাৰ খুব এটা প্ৰয়োজন নাই। নগৰৰ বিখ্যাত ব্যৱসায়ী অমিতাভৰ দেউতাকৰ অজস্ৰ টকাৰে, মই বিলাস কৰি জীৱন কটাই দিব পাৰোঁ। অথচ কলেজত অধ্যাপনা কৰি পোৱা তোমাৰ টকাৰে মোৰ প্ৰসাধনৰ আধাখিনি সামগ্ৰীয়েই কিনা নহ'লহেঁতেন! সত্তৰ-আশী টকা দামৰ ইন্টিমেট্ পাৰ্ফিউম, হেজাৰ বাৰ শ টকাৰ দামী কাপোৰ, মোৰ কোমল গাললৈ গোলাপী ৰং আনি দিবলৈ ৰেভলনৰ টাচ্ এণ্ড গ্লো মেক্ আপ্ ফাউণ্ডেচন, ওঁঠত বোলাবলৈ দামী য়াৰ্ডলি লিপষ্টিক......এইবোৰ তুমিতো মোক দিব নোৱাৰিলাহেঁতেন। সেয়েহে অমিতাভৰ সুন্দৰ ইম্পালাখনৰ ফ্ৰন্ট্ ছিটত মহা আৰামেৰে বহি যাওঁতে মই অনুভৱ কৰোঁ, তোমাৰ মৃত্যু মই নজনাকৈয়ে মোৰ কাম্য আছিল। কিন্তু, তুমি মোৰ ওচৰলৈ কিয় আহা ? মৃত্যুৰ পিছত প্ৰথমবাৰলৈ তুমি দেখা দিছিলা, মোৰ ফুল-শয্যাৰ প্ৰথম নিশা। সেইদিনা জীৱনটোক এটা ধুনীয়া গান যেন লাগিছিল। নৱমীৰ শুক্লা জোনটোৰ শীতল পোহৰে মোৰ পূৰ্ণ জীৱনটোক আৰু পূৰ্ণ কৰি তুলিছিল। ঘৰৰ সকলোকে বিদায় দি

অমিতাভ সোমাই আহিছিল মোৰ কোঠালিলৈ। তেওঁলৈ মূৰ তুলি চাওঁতে, তেওঁৰ পিছফালে দেখিছিলো তোমাক থিয় হৈ থকা। তোমালৈ কোনো জ্ৰুক্ষেপ নকৰি মই অমিতাভৰ দুবাহুৰ মাজত সোমাই পৰিছিলো। তুমিও সমানে আগ বাঢ়ি আহি মোৰ দুচকুৰ আগত থিয় হৈছিলা। মই অজ্ঞান হৈ পৰি গৈছিলো। এইদৰে তুমি আহা মাজে মাজে আমাৰ কোঠাৰ দুৱাৰ-মুখলৈ। তোমাৰ দৃষ্টি থাকে মোৰ তেনেই কাষতে শুই থকা অমিতাভলৈ। কিন্তু এইদৰে মনে মনে অশৰীৰী হৈ মোক আমনি কৰাৰ তোমাৰ কি প্ৰয়োজন আছে? ইমান ক'লা তোমাৰ চকুযোৰ! ক'লা আৰু ডাঙৰ। তোমাৰ দৃষ্টিত যেন জুইৰ ফিৰিঙতি চিটিকিছে!

এয়া দুবছৰবো বেছি হৈ গ'ল আমাৰ বিয়া হৈ যোৱাৰ, অথচ এবাৰলৈও মই অমিতাভৰ দুবাহুৰ মাজত নিশ্চিন্তমনে শুব পৰা নাই। মনত সকলো সময়তে থাকে ভয়—তোমাক দেখা পোৱাৰ। আৰু বহুতবাৰ দেখিছো তোমাক। অমিতাভৰ লগত কেনিবা ওলাই গ'লে চলন্ত গাড়ীৰ সন্মুখত ৰৈ থকা দেখোঁ তোমাক। দৃষ্টিত তোমাৰ কেতিয়াবা সনা থাকে কৰুণতা আৰু কেতিয়াবা ক্ষোভ আৰু অভিমানৰ ছাঁ। ইমান ভয় লাগে যে চিঞৰিব খুজিলেও মাতটো ওলাই আহিব নোখোজে,······ওলাই নাহে। মাথোঁ এক অব্যক্ত আৰ্তনাদ।

কেতিয়াবা মই অকলে থকাৰ সুযোগ লৈও তুমি আহা। তোমাক গুচি যাবলৈ ক'ব খোজোঁ। কিন্তু এটা কথাও মুখৰ ভিতৰৰপৰা ওলা[illegible]। গাৰ নোম ডাল ডালকৈ থিয় হয়; কপালত জমা হয় ঘামৰ অজস্ৰ কণিকা। কিছু সময় মোলৈ চাই তুমি নাইকিয়া হৈ যোৱা কেনিবা। কেতিয়াবা ভাবোঁ, এয়া মোৰ চকুৰ ভুল। কিন্তু নহয়, তুমিতো সঁচাকৈয়ে আহা। মোৰ বৈৱাহিক জীৱনৰ সুখখিনি তোমাৰ হয়তো একেবাৰেই সহ্য নহয়। প্ৰতিশোধৰ আকাঙ্ক্ষাত হয়তো তোমাৰ হৃদয় জলি উঠে। কিন্তু



পল্লৱ, তোমাৰ এয়া ভুল হৈছে। তুমি জীয়াই থকা হ'লেওতো মই তোমাক বিয়া নকৰালোহেঁতেন, তোমাক অমিতাভৰ স্থান নিদিলোহেঁতেন! বিশ্ববিদ্যালয়ৰ উচ্চ ডিগ্ৰীটোৱে অথবা তোমাৰ ধুনীয়া মুখখনেতো মই বিচৰা বিলাসখিনি দিব নোৱাৰিলেহেঁতেন।······ আজি অমিতৰ জ্বৰ। এইমাত্ৰ মাক-দেউতাক ডাক্তৰৰ লগতে ওলাই গৈছে। মই আহিছো তেওঁৰ কাষত বহিবলৈ, তেওঁৰ চুলিকোছাত আঙুলি বুলাই দিবলৈ। হঠাৎ অমিতাভৰ শিতানত দেখিলো তুমি থিয় হৈ আছা। কিহবাৰ আশঙ্কাত মনটো মোৰ কঁপি উঠিল। বিদ্ৰূপ কৰি যেন তুমি হাঁহিছা! উঃ পল্লৱ, তুমি কিয় আহা এইদৰে!! মোৰ সুখ দেখিলে তোমাৰ কি সহ্য নহয়?

আৰু কেইদিনমানৰ পিছত তুমি অমিতক আঁতৰাই লৈ গৈছিলা মোৰ কাষৰপৰা। মোৰ কপালৰ সুগোল ফোঁটটো, শিৰৰ উজ্জ্বল সেন্দূৰখিনি তুমি মচি দিলা। মই বিধৱা হৈ গ'লো।

আজিকালিও তুমি আহা মোক দেখা কৰিবলৈ। মই কাৰোবাৰ লগত প্ৰয়োজনতকৈ বেছি হাঁহি-ফূৰ্তি কৰিলে তুমি থিয় হোৱাহি মোৰ কাষত। জীৱন বিয়পি এইদৰে তুমি মোৰ ওচৰত প্ৰহৰী হৈ থাকিবানেকি, পল্লৱ?······

প্ৰায়ে নহয়······আজিকালি সদায়ে তুমি আহা মোৰ ওচৰলৈ। কিন্তু আজিকালি, তুমি আহিলে, আগৰ দৰে মোৰ মনত ভয় বা সঙ্কোচ নেজাগে। বৰঞ্চ এন্ধাৰ নামি অহাৰ লগে লগে মনটো মোৰ ভাল লাগি আহে। ভাবোঁ, বিৰাগৰপৰাই জানো অনুৰাগৰ জন্ম, বিচ্ছেদৰ মাজতো জানো মিলনৰ [illegible]। সেয়া আজিও আহিছা তুমি। বাহিৰৰ বেল্‌কনিৰ পাতল, দামী পৰ্দাখন কঁপিছে।

এইদৰে তুমি আহা, পল্লৱ। কিন্তু কিয়? কিয় আহিছা? মোক নিবলৈ?······

# মুহূৰ্ত

দুই বাজি পোন্ধৰ মিনিট গৈছিল তেতিয়া। শৰৎকালৰ এক সুন্দ দুপৰীয়া। দুপৰীয়াৰ নিৰ্জনতাত যেন পৃথিৱীখনে টোপনিয়াইছে —যেন খন্তেকলৈ জিৰণি লৈছে। নিৰ্জন বাটটোৰেদি মানুহজন সোমাই গৈছিল ইণ্ডিয়ান হাই-কমিছনাৰৰ বৃহৎ অট্টালিকাটোলৈ আৰু দুপৰীয়াৰ আহাৰৰ পিছত, অলপ সময়লৈ অফিচৰ বেমেজালিবোৰ পাহৰি আন এজন মানুহে চকিতে বহি জিৰণি লৈছিল।

নিশ্চিন্ত মনেৰে জিৰণি লৈ থকা মানুহজনক উদ্দেশ্য কৰি সেই অচিনাকি মানুহজনে পিস্টলৰ গুলীটো এৰি দিছিল। গুলী কৰ মানুহজন তেওঁৰ অচিনাকি। তথাপি তেওঁ মানুহজনক গুলীয়ালে তেওঁ হৈছে এখন অশান্ত পৃথিৱীৰ মানুহ। পৃথিৱীৰ সকলে মানুহেই যেন তেওঁৰ শত্ৰু। ভাল আৰু বেয়া, দোষী আৰু নিৰ্দোষী সকলোৰে স্থান তেওঁৰ মানত সমান। তেওঁ একো নভবাকৈ ওলাই আহিছিল আলিবাটলৈ। মানুহক হত্যা কৰাৰ এক অবুজ স্পৃহাৰ শান্ত কৰিবলৈকে যেন অচিনাকি মানুহজনক এইমাত্ৰ গুলী কৰি থৈ আহিল।

আঢ়ৈ বজাত ঘৰ এটাত টেলিফোনটো জোৰেৰে বাজি উঠিছিল বাজি উঠা টেলি...শব্দত এগৰাকী মানুহ সাৰ পাই উঠিল খকা-মকাকৈ ৰিছিভাৰটো দাঙি ধৰোঁতে তেওঁ তেওঁৰ শুই থক পাঁচ-বছৰীয়া ল'ৰাটোৰে সাৰ পাইছেনেকি লক্ষ্য কৰিছিল। এ ভৰ দুপৰীয়াখন কোনেনো বাৰু ফোন কৰিব পাৰে? মাত্ৰ আধ ঘণ্টাৰ আগতে ৰাধাৰ দেউতাক ভাত খাই পুনৰ অফিচলৈ ঘূৰি গৈছে।



“হেল্লো”, আৰু তাৰ পিছত, তেওঁৰ কাণত কথাবোৰ সোমোৱাৰ লগে লগে তেওঁৰ মুখখন শেঁতা পৰি গৈছিল আৰু ক্ৰমান্বয়ে বৰফ-চেঁচা হাতৰ মুঠিৰপৰা সৰি পৰিছিল টেলিফোনৰ ৰিছিভাৰটো। ....

তিনি বাজিছিল—স্কুলবোৰ ছুটি হৈছিল। হাঁহি-মাতি ফূৰ্তি কৰি ল'ৰা-ছোৱালীবোৰ ওলাই গৈছিল ৰিজ্‌মণ্ট স্কুলৰ গেটেদি। এক সুন্দৰ আবেলি। বতাহত মিহলি হৈ আছিল শৰতৰ ফুল-পাতবোৰৰপৰা অহা এক মৃদু মধুৰ সুবাস। উৎফুল্ল মনেৰে ওলাই অহা ল'ৰা-ছোৱালীজাকৰ মাজত আছিল এজনী পোন্ধৰবছৰীয়া ছোৱালী। ছোৱালীজনীৰ গাৰ আৰু চুলিৰ বৰণ আনবোৰ ছোৱালীতকৈ বেলেগ। ওখ, সোণালী চুলিৰ আমেৰিকান ল'ৰা-ছোৱালীজাকৰ ভিতৰত তায়ে একমাত্ৰ ভাৰতীয় ছোৱালী। আনন্দ মনেৰে ঘৰ পোৱাৰ লগে লগে, তাই লগৰ ছোৱালীবিলাকক হাত জোকাৰি বিদায় দিছিল। ঘৰৰ দুৱাৰ-মুখতে তাই লগ পাইছিল দেউতাকৰ লগত একেটা অফিচতে কাম কৰা সুশীল কাপুৰক।

“আঙ্ক্‌ল!” উলাহেৰে ছোৱালীজনীয়ে কাপুৰক সম্ভাষণ জনাইছিল। কিন্তু তেওঁ একোৱেই নক'লে। মাথোঁ তাইৰ লগে লগে ভিতৰলৈ সোমাই আহিল। “ৰাধা, আই হেভ ছামথিং টু ছে! প্লিজ্‌ বি পেচেণ্ট!” মাতটো তেওঁৰ থোকাথুকি হৈ পৰিছিল।

উত্তেজিত হৈ ৰাধাই কৈছিল, “ছামথিং হেপেন্‌ড টু মম্‌!” সাতমাহ অন্তঃসত্ত্বা হৈ থকা মাকৰ কথাই তাইৰ মনলৈ আহিছিল।

“ন', ৰাধা, নট্‌ ইয়ৰ মম·····বাট ইয়ৰ পপ্‌ হেজ বিন শ্বট্‌······।” তেওঁ কথাষাৰ শেষ ক...ৰি প্ৰায় কান্দিয়েই দিছিল।

“তোমাৰ দেউতাৰৰ কাৰোবাৰ গুলীত মৃত্যু হ'ল।” ইমান নিষ্ঠুৰ কথাষাৰ যেন অলপ সময়লৈ বুজিব নোৱাৰিলে ৰাধাই। ধেমালি কৰিয়েই যেন কাপুৰে তেওঁক কথাষাৰ ক'লে! কিন্তু ইমান বেয়া ধেমালি কোনেও নকৰে চাগে। তেনেহ'লে তেওঁৰ সঁচাকৈয়ে মৃত্যু

হ'ল। গোটেই দিনটোৰ অৱসাদখিনি লৈ যেতিয়া দেউতাক অফিচৰপৰা ঘূৰি আহে, তাই দেউতাকক সদায়ে আগ বঢ়াই আনেগৈ। কিন্তু এতিয়া ঘণ্টাৰ পিছত ঘণ্টা গেটৰ মুখত বৈ থাকিলেওতো তেওঁ আৰু ঘূৰি নাহে। পুৱা যেতিয়া লেপৰ তলৰ আমেজখিনি উপভোগ কৰিবলৈ "আৰু পাঁচ মিনিট" বুলি লেপখন মূৰলৈকে টানি লয়, তেতিয়াতো গাৰপৰা লেপখন আঁতৰাই দিবলৈ দেউতাক নাহে। ঠেহ পাতিলে ভাঙিবলৈ, খং তুলিবলৈকে জোকাবলৈ তেওঁতো আৰু আজিৰপৰা নাই! অসুখ হ'লে শুশ্ৰূষা কৰিবলৈ, পঢ়া-শুনা নকৰিলে খং কৰিবলৈও তেওঁ আৰু নাহে! তেওঁৰ লগতে হেৰাই গ'ল তেওঁৰ মৰম। এখনৰ পিছত আনখন ছবিয়ে যেতিয়া ৰাধাৰ মনৰ চকুযোৰৰ আগত ভিৰ পাতিছিল, তেতিয়া তাই বুজিছিল, বাস্তৱৰ ৰূপ লৈ এই ছবিবোৰ তাইৰ দুচকুৰ আগত কেতিয়াও ধৰা নিদিয়েহি! অবাধ গতিৰে তাইৰ চকুৰপৰা বৈছিল অশ্ৰু। ৰাধাই কান্দিছিল দেউতাক নোহোৱাকৈয়ে অকলে কটাব লগীয়া হোৱা মাকৰ কাৰণে; কান্দিছিল কম বয়সতে পিতৃৰ মৰম হেৰুৱাব লগীয়া হোৱা পাঁচ-বছৰীয়া ভায়েকটোৰ কাৰণে, কান্দিছিল এতিয়ালৈকে পৃথিৱী নেদেখা, দেউতাকৰ মৰম চিনি নোপোৱা অবোধ শিশুটোৰ কাৰণে, কান্দিছিল তেওঁক ভাল পোৱা আৰু ভক্তি কৰা সকলোৰে কাৰণে; আৰু সকলোতকৈ বেছিকৈ তাই কান্দিছিল নিজৰ কাৰণে।

সেই মুহূৰ্তটোৱে সলাই দিলে ৰাধাৰ জীৱনৰ ৰং। কোনো কাৰণ নোহোৱাকৈ [illegible] কোনোবাই গুলী কৰিলে। থৰ হৈ ছোফা এখনত পৰি আছে ৰাধাৰ মাক। আৰু অসহায় দৃষ্টিৰে তাইলৈ চাই উচুপি উচুপি কান্দিছিল ৰাধাৰ পাঁচ-বছৰীয়া ভায়েকে। এটা পিস্টলৰ গুলীয়ে দেউতাকেৰে সৈতে আৰু তিনিটা জীৱনৰ উচ্ছল বুৰবুৰণিখিনি নাইকিয়া কৰি পেলালে—নাইকিয়া কৰি পেলালে নিৰ্ভয়তাৰ, নিশ্চয়তাৰে ভৰা তেওঁলোকৰ গৌৰৱপূৰ্ণ



অস্তিত্বক। হাঁহিৰ খলকনিৰে ভৰা জীৱনকেইটাই যেন কেউফালে ধোঁৱা-কোঁৱাকে দেখিলে।

ইণ্ডিয়ান ফৰেন ছাৰ্ভিছত থকা দেউতাকৰ গৌৰৱ আৰু সন্মানৰ কিছু অংশ ৰাধায়ো পাইছিল, তেওঁৰ একমাত্ৰ দুহিতা হিছাপে। তাইৰ বয়সৰ ছোৱালীয়ে যি চাবলৈ বা পাবলৈ কল্পনাৰ কাৰেংঘৰ সাজিছিল, সেইবোৰ পাবলৈ তাই ভাবিব নেলাগিছিল। সকলোৰে-পৰা মৰম আদায় কৰিবলৈ, নিজৰ দায়িত্বখিনি মাক-দেউতাকক জাপি দিবলৈ ভাল লাগিছিল ৰাধাৰ। কিন্তু এই মুহূৰ্তটোতে কৈশোৰ আঁতৰি গ'ল তাইৰ জীৱনৰপৰা। তাই সোমাই পৰিল নিষ্ঠুৰ পৃথিৱীৰ কঠোৰ সত্যখিনি উপলব্ধি কৰিবলৈ।

সকলো ধৰ্মই কোৱাৰ দৰে মৃত্যু মানুহৰ শেষ নহয়, হয় আৰম্ভণিহে। কিন্তু পোন্ধৰ-বছৰীয়া ৰাধাৰ মনটোৱে সেইবোৰ দৰ্শন মানিবলৈ টান পালে। তাই মাথোঁ বুজিছিল মৃত্যুৱে মানুহৰ জীৱনলৈ আনি দিয়া দুৰ্বহ অৱস্থাটোৰ কথা। মৃত্যুৱে মাথোঁ আনে শ্মশানৰ চিতা-জুই; আনে কিছুমান হৃদয় বিদাৰি দিয়া উচুপনি; আনে কিছুমান অশান্ত উজাগৰ নিশা, য'ত মানুহক হাঁহি থকা অতীতৰ স্মৃতিয়ে জুৰুলা কৰি পেলায়।

চুকত ওলমি থকা এযোৰ মোজা, গা-ধোৱা ঘৰৰ শ্বেলফ্‌ত থকা শ্বেভিং ছেটটো, আলমাৰিত জাপে জাপে পৰিপাটিকৈ সজাই থোৱা কিছুমান শ্বাৰ্ট—সেই সকলোবিলাকে দেউতাকৰ যুগমীয়া অনুপস্থিতিৰ কথা তাইক সোঁৱৰাই দিছিল। হে ভ[illegible] এই ঘটনাটো বাৰু কিয় ঘটিবলৈ দিলা তুমি!

ৰাধাৰ মনটো ভৰি পৰিছিল আক্ষেপেৰে। মানুহৰ হাঁহিয়ে তাই মনলৈ বিষাদ আনি দিছিল। সোণ-হালধীয়া পোহৰ, বতাহত হালি-জালি থকা পূৰ্ণ পৰিস্ফুট ফুলবোৰ, পুৱাৰ সঁহাৰি জনোৱা চৰাইৰ মধুৰ খলকনি; অফিচলৈ অহা-যোৱা কৰা মানুহবোৰৰ

পদক্ষেপৰ ছন্দোবদ্ধ সুৰ—এই সকলোবোৰেই যেন ৰাধাৰ মনলৈ আনি দিয়ে এক অনিশ্চয়তাৰ, এক বিষাদৰ ভাব।

দিনবোৰ পাৰ হৈ মাহ হৈছিল, মাহবোৰ বছৰ হৈছিল। কিন্তু দহ বছৰৰ আগতে স্কুলৰপৰা ঘূৰি আহোঁতে ৰাধাই যিটো দৃশ্য দেখিছিল, সেই দৃশ্য তাইৰ মনৰপৰা মচ খোৱা নাছিল। দেউতাকৰ মৃত্যুৰ পিছত ৰাধাহঁত ভাৰতলৈ, ঘৰলৈ ঘূৰি আহিল। এতিয়া ৰাধাৰ বিয়াও হ'ল, ল'ৰা-ছোৱালীও হ'ল। জীৱনৰ আন এখন ছবি তাই আঁকিলে অলপ মৰম, অলপ নিশ্চয়তাৰ সন্ধানত। মানুহৰপৰা অকণমান মৰম, অকণমান আদৰক তাই মূল্য দিবলৈ শিকিলে। শিকিলে তাই প্ৰত্যেকটো মুহূৰ্ত উপভোগ কৰিবলৈ। কাৰণ ভাগ্যৰ এক কোমল আঁচোৰে, এই ঠুনুকা বুৰবুৰণিবোৰ নিমিষতে নাইকিয়া কৰি দিব পাৰে। সদায় খবৰ কাগজত ওলোৱা, বিশ্বাস কৰিবলৈ টান লগা ঘটনাবোৰ হয়তো কাৰোবাৰ জীৱনত নঘটিবও পাৰে, কিন্তু অদৃষ্টৰ লেখাতে তেওঁৰ জীৱনতো এনে ঘটনা ঘটিব পাৰে।

মানুহৰ জীৱনৰ গতি সলনি হ'বলৈ মাথোঁ এটা মুহূৰ্তৰ প্ৰয়োজন।······যিদৰে দহ বছৰৰ আগতে এক নিৰ্জন দুপৰীয়া অভাৰকোট পিন্ধা এজন মানুহ ইণ্ডিয়ান হাই কমিছনাৰ অফিচৰ চিৰিয়েদি উঠি যাওঁতে ৰাধাৰ জীৱনৰ গতি সলনি হৈ গৈছিল।



# মহিমা

হাতত ব্ৰিফ-কেছ্‌টো লৈ, স্কুটাৰৰ চাবিটো জোকাৰি ভিতৰৰ-পৰা ওলাই আহিছিল পল্লৱ। গম পাইছিল যদিও পল্লৱৰ ফালে চোৱা নাছিল লেখাই।

"লেখা, মই যাওঁ।"

"যোৱাঁ, মোক আকৌ কিয় সুধিছা? পিছে ইফালে কলেজলৈ যোৱাৰ সময় হৈছে নে নাই?"

"ক'বলৈ আৰু বেলেগ কথা নাইনেকি তোমাৰ?"

"যি আছে, কৈছোৱেই দেখোন! লাজযে নেপালা লোকৰ ঘৰৰ গাভৰু ছোৱালী এজনীক তেনেকৈ ঘৰৰ ওচৰলৈকে স্কুটাৰত তুলি আনিবলৈ!"

"মনে মনে থাকাঁ, কি বৰ ডাঙৰ কথাটো হ'ল যে তুমি ভাত-পানী নেখাই এনেকৈ হুলস্থূল লগাইছা?······তোমালোক······!"

পল্লৱৰ মুখৰপৰা কথাষাৰ কাঢ়ি লৈ লেখাই কৈছিল, "কি তোমালোক! ইমান যদি লোকৰ ছোৱালীজনীলৈ বেয়াই লাগিছিল, তেনেহ'লে স্কুটাৰৰ পিছফালে নুঠাই বিস্নাৰ ভাৰাটোকে দি দিব পাৰিলাহেঁতেন!"

"লেখা, তুমি তোমাৰ সীমা চেৰাই গৈছাগৈ!"

"কি সীমা চেৰাইছো! অফিচৰপৰা ··· মোক লগ নেপাবা, মই মাহঁতৰ তালৈ গুচি যাম।"

"আৰু মইও যাতে ঘূৰি আহি তোমাক এই ঘৰত নেদেখোঁ!"

"ঠিক আছে!" লেখা উচাট মাৰি উঠি ভিতৰলৈ সোমাই গৈছিল। পল্লৱ ইতিমধ্যে ওলাই গৈছিল।

আলনাৰপৰা কাপোৰখিনি টানি লৈ গা-ধোৱা ঘৰত সোমাইছিল

লেখা। এই কথাই কথা নহয়! আজি তাই সঁচাকৈয়ে গুচি যাব, আৰু ঘূৰি নাহে! বাঃ, তাইক কি বুলি ভাবিছে? তাই পল্লৱৰ স্কুটাৰৰ যিখিনি ঠাইত বহে, পল্লৱে আন দহজনী ছোৱালীক কিয় বহিবলৈ দিব। ইমান স্পৰ্ধা আৰু তাইৰ সহ্য নহয়। এই মতা মানুহবোৰ সঁচাকৈয়ে বৰ সাংঘাতিক! এইবাৰ ঘৰলৈ গ'লে, তাইক ঘূৰাই আনিবলৈ গ'লেও, তাই ঘূৰি নাহে। এয়াতো আজিৰে কথা নহয়। তাইতো বহুত দিনেই মন কৰিছে, নকয় কাৰণেহে! স্বয়ং তাইৰ উপস্থিতিতো কেতিয়াবা ভিৰৰ মাজত স্কুটাৰ চলাই যাওঁতে, ধুনীয়া ছোৱালী এজনী আগেদি পাৰ হৈ যোৱা দেখক-চোন। সকলো বিপদৰ সম্মুখীন হৈও ছোৱালীজনী চাইহে যেন মনটো জুৰ পৰে! অদ্ভুত এই পুৰুষ জাতিটো! কালি কি দৰ্কাৰ আছিল বৰুৱাৰ জীয়েকক স্কুটাৰৰ পিছফালে তুলি আনিবলৈ! বিয়া হোৱাৰ আজি দুবছৰেই পুৰা হোৱা নাই। এতিয়াই লোকৰ ঘৰৰ ছোৱালীক স্কুটাৰৰ পিছফালে তুলিবৰ হ'লেই! ইয়াৰ পিছত কি কৰে, কি ঠিকনা আছে!

গাটো ধোওঁতে কথাখিনি ভাবি গৈছিল লেখাই। কিন্তু, কিছু সময়ৰ পিছত খংটো ক্ৰমান্বয়ে নাইকিয়া হৈ আহিবলৈ ধৰিলে। বেচেৰা পল্লৱটো আজি ভাত-পানী নোখোৱাকৈ গ'ল!

আবেলি ঘূৰি আহিছিল পল্লৱ। হাতত আছিল শাড়ীৰ এটা পেকেট। লেখায়ো পল্লৱৰ অহাৰ গম পায়ে অভেনটোৰপৰা ধুনীয়াকৈ কৰি থোৱা, পল্লৱে খাবলৈ ভাল পোৱা, এপেল কেক্‌টো উলিয়াই থৈছিল।

"লেখা······চোৱাঁ এইফালে! এইখন ভাল লাগিছেনে?"

"মই ক'ব নোৱাৰোঁ।" অভিমান ফুটি উঠিছিল লেখাৰ মাতত। শাড়ীখন চায়ো নোচোৱাৰ ভাও ধৰি ব্যস্তভাৱে লেখাই কৈছিল, "যোৱাঁ, মুখ-হাত ধুই আহাঁগৈ।"

"তুমি আগতে এইখন পিন্ধি আহাঁ।"



"ঘৰতে ইমান দামী শাড়ী পিন্ধিবলৈ মোৰ তেল ফটা নাই।"

"ঠিক আছে, মেয়ো চাহ নেখাওঁ।"

"তেনেহ'লে দিয়াঁ।"

শাড়ীখন পিন্ধি ওলাই আহিছিল লেখা।

"তোমাক অপূৰ্ব লাগিছে। পুৰা তোমাক তেনেকৈ কৈ গোটেই দিনটো মনটো বেয়া লাগি আছে!"

"তেনেহ'লে আজিৰপৰা মই বেয়া পোৱা কাম তুমি নকৰিবাঁ।"

"নকৰোঁ।"

"প্ৰমিছ কৰাঁ।"

"ও, প্ৰমিজ কৰিছো।"

"কিন্তু, এটা কথা—"

"কি কথা?"

তাইৰনো কি দৰ্কাৰ পৰিছিল অকণমান কথাটোৰ কাৰণে গণ্ডগোল কৰিবলৈ!

শাক-পাচলি বেচা মানুহটোৰ মাত শুনি তললৈ নামি আহিল লেখা। দেখিলে সম্মুখৰ ফ্লেটৰ সঞ্জীৱ বৰুৱাৰ মাকে, ওচৰৰে অঞ্জলাহঁতৰ মাকৰ লগত কথা পাতি আছে। লগে লগে শাক-পাচলিৰ দৰ-দামো কৰিছে। অকণমান জীৱন্ত হ'বলৈ চেষ্টা কৰিয়েই জোৰকৈ হাঁহি এটা মুখলৈ টানি আনিছিল লেখাই। অলপমান শাক-পাচলি কিনি লাহে লাহে লেখা ওপৰলৈ উঠি আহিল। তাইক চকুৰ আঁৰ হোৱা দেখিয়েই সুযোগবাকীয়ে কথা পাতিবলৈ আৰম্ভ কৰিলে।

"চকুযোৰ দেখিলেনে? বিয়াৰ এবছৰ পাৰ নহওঁতেই যদি এনেদৰে কাজিয়া পেঁচাল কৰে, গোটেই জীৱনটো দেখোন আছেই।"

"আপুনি ঠিকেই কৈছে। মই হ'লে ল'ৰালৈ বিয়া কৰাই আনিলে চাই-চিন্তিহে কৰিম। ৰাতিপুৱা শুনিলো নহয়। অ' আই! মুখ নহয়, তেনেই লাও-পাত কচু-পাতহে!"

মানুহ দুগৰাকীৰ কথা শুনি লেখা অবাক হৈছিল। মুখখনক লাও-পাত কচু-পাত বুলি ক'ব পৰাকৈতো তাই কাজিয়া কৰা নাছিল। তাইৰ উখহি থকা ৰঙা চকুযোৰ দেখিয়েই তেওঁলোকে হয়তো এইবোৰ ভাবি উলিয়ায়! অৱশ্যে তাইৰনো কি দৰ্কাৰ পৰিছিল অকণমান কথাটোৰ কাৰণে খং উঠি ইমানকৈ কান্দিবলৈ।

"জানা, আজি সঞ্জীৰ বৰুৱাৰ মাক, আৰু মঞ্জুলাহঁতৰ মাকে আমাৰ কথা পাতি আছিল।"

"আমাৰ কি কথা?"

"কি কথা আৰু! পুৰাযে চিঞৰ-বাখৰখন লগাইছিল।"

"মই লগাইছিলো?"

"যিয়েই নহওক—তুমি বা ময়েই।"

"বাৰু……বাৰু, আচল কথাটো কোৱাঁচোন! তেওঁলোকে কি কৈছে?"

"কৈছে আৰু! 'বিয়া হোৱা কিমান দিন হ'লনো', 'মুখখন লাও-পাত কচু-পাত', 'সংসাৰত জুই লাগিল', ইত্যাদিবোৰ কথা। ……এতিয়া এটা কাম কৰিব লাগিব।"

"কি কাম?"

"সিহঁতক দেখুৱাব লাগিব আমি কিমান সুখী।"

"কেনেকৈ দেখুৱাবা?"

"বুঢ়ী অকলে আছে। কাইলৈ দেওবাৰ নহয়। দুপৰীয়া তেওঁক ভাত খাবলৈ মাতোঁ… আৰু আমি দেখুৱাই দিম যে আমি সুখী, আমাৰ সং… জুই জ্বলা নাই!"

কথামতে কাম। বিভিন্ন ধৰণৰ ৰন্ধা-বঢ়া কৰাত লেখা ব্যস্ত হৈ পৰিল। বুঢ়ীও আহিল ইতিমধ্যে। চকু দুটা পিৰিক্-পাৰাকৈ লেখা-পল্লৱলৈ মন নকৰাকৈও নেথাকিল। ইটো-সিটো কাম কৰোঁতে পল্লৱে লেখাক সহায় কৰি দিলে। খাবলৈ বহোঁতে, "লেখা, তুমি এইটো খোৱাঁ, সিটো লোৱাঁ" বুলি নোকোৱাকৈ



নেথাকিল। বুঢ়ী মনে মনে অবাক হ'ল। খোৱা-বোৱাও ইতিমধ্যে শেষ হ'ল। বুঢ়ীক বহুৱাই দুয়োটাই মেজ চাফা কৰাত লাগি গ'ল। আলহীক বহুৱাই তেনে কৰা অশোভনীয় যদিও নিজৰ উদ্দেশ্য সিদ্ধি কৰাতহে সিহঁতে উঠি-পৰি লাগিছিল। এনেতে পল্লৱৰ হাত লাগি, কাৰি-পট্টতো পৰিল লুটি খাই। নতুনকৈ এমব্ৰইডাৰি কৰা লেখাৰ লান্‌চেন ছেটটো তেনেই নষ্ট হ'ল। বুঢ়ী যোৱালৈকে বাট চাইছিল লেখাই। যেয়ে বুঢ়ী ঘৰৰ বাহিৰ হ'ল, তাই আৰম্ভ কৰিলে, "কিনো বৰ কাম কৰি দেখুৱাইছিলা!" —চকুযোৰ ঘোপা কৰি পল্লৱলৈ চাই কৈছিল লেখাই। পল্লৱে মুখত আঙুলি থৈ লেখাক মনে মনে থাকিবলৈ ইঙ্গিত দিছিল। বাহিৰত সঞ্জীৰ বৰুৱাৰ মাকে ভাবিছিল, "আজি-কালি ল'ৰা-ছোৱালীহঁতৰ মহিমা বুজাই টান!"

# প্ৰহেলিকা

আলহীলৈ বুলি চাহ-জলপানখিনি যতনাই খোৱা কোঠালৈ লৈ গৈছিল পাৰমিতাৰ মাকে। ঘূৰি আহি দেখে যে খৰাহিটোত ভাজি থোৱা লুচিখিনিৰ কেইখনমানহে আছে। বন কৰা ল'ৰাটোক চিঞৰি চিঞৰি মতাত সি ওচৰতে আহি ৰৈছিলহি। মুখত তাৰ পৰীক্ষা দিয়া প্ৰাৰ্থীৰ প্ৰশ্নকাকত পাবলৈ ৰৈ থকা আকুলতা।

"বাইদেউ, আপুনি মোক মাতিছিল?"

"এই, ইয়াতযে ইমানবোৰ লুচি ভাজি থ'লোঁ, তাৰে দেখোন এইকেইখনহে আছে! হঠাৎ ইমানবোৰ লুচি কোনে খালে?"

"মই......ম......ই খোৱা নাই, বাইদেউ!"

"উঃ, তইযে খোৱা নাই, মই জানো। কিন্তু লুচিবোৰ গ'ল ক'লৈ?"

ল'ৰাটোৱে সেপ ঢুকিছিল, "মই ক'ব নোৱাৰোঁ......বাইদেউ!"

"ক'ব নোৱাৰ যদি,......তইনো ক'ত মৰি আছিলি?"......কেৰাহিখনৰপৰা ঢাকোনখন আঁতৰাই মাংসখিনি চাইছিল পাৰমিতাৰ মাকে। "দেখিছানে বাৰু......মাংসখিনিও কমি আছে দেখোন! তইনো মুখখন মেলি কি চাই আছ? ৰ'বি, মই আলহীখিনিক পঠাই লওঁ, তাৰ পিছত ইয়াৰ বিচাৰ হ'ব।"

"মা......অ' মা......কি হ'লনো? ইমান চিঞৰ-বাখৰখন কৰিছা কিয়?" পাৰি... ...তিত মাকে ঘূৰি চাইছিল।

"দেখিছনে বাৰু! এই অলপ আগতে মই লুচিখিনি ভাজি থৈ গ'লোঁ। পিছ পাকতে আহি দেখোঁ, বাকী ৰৈছে এই কেইখন। আধা কেৰাহি মাংসৰ বাকী আছে এইকণ!"

"অ' মা, লুচিবোৰ ময়ে......"

"তই অকলেই ইমানবোৰ লুচি খালিনে?"



"নহয়, মই খোৱা নাই। নিশাহঁতৰ ঘৰৰপৰা ঘূৰি আহোঁতে দেখিলো, আমাৰ গেটৰ ওচৰতে তিনিটা ভিক্ষাৰী ৰৈ আছে। বিহুৰ দিনা......বেয়াও লাগে দিয়াঁচোন!"

"অ, আৰু সেই কাৰণে তই সোধ-পোচ নোহোৱাকৈ গোটেই-সোপা বস্তু দি দিলিগৈ। তই মনে মনে......"

"মনে মনে নহয়। দেখাশুনাকৈয়ে দিছো। ৰমেশেতো দেখি আছিল।"

"সি দেখিছিল যদি 'নেজানো' বুলি কিয় কৈছে?" পাৰমিতাৰ মাকে কাম কৰা ল'ৰাটোলৈ ঘোপাকৈ চাইছিল।

"ল'ৰা-ছোৱালী, চাকৰ-বাকৰ গোটেইবোৰ জোবায়-জোখাৰে হৈছে।......বুজিছ, তহঁতে আজি একো খাব নেলাগে" বুলি খঙতে তেওঁ বাহিৰলৈ ওলাই গৈছিল।

মাক আৰু ভনীয়েকহঁতৰ লগত পাৰমিতা কাপোৰ কিনিবলৈ গৈছিল। দুয়োজনী ভনীয়েকে নিজৰ কাৰণে এখনকৈ দামী শাড়ী কিনিছে। লিৰিকি-বিদাৰি শাড়ীবোৰ চাই পাৰমিতাই ছেলছ্‌মেন-টোক কৈছিল, "ইয়াতকৈ আৰু কম দামৰ শাড়ী দেখুৱাওকচোন।"

"কম দামৰ কেলেই? ইহঁতে যেনেকুৱা শাড়ী লৈছে তয়ো ল'বি!"

"নহয় মা, মই নিশাৰ কাৰণেও এখন শাড়ী লওঁ বুলি ভাবিছো। ......মই যদি এখন কম দামৰ শাড়ী লওঁ... ...আইৰ কাৰণে তাতোকৈ কম দামৰ এখন শাড়ী ল'ব পাৰিম।" ... ...ৰ মাতত এক দোষী-দোষী ভাব।

"সমান দামৰে এখন নোলোৱা কেলেই?" ভনীয়েক সুচৰিতাই সুধিছিল।

"নিশাৰ দৰে শাড়ী পিন্ধিলেযে তহঁতে মোক বায়েৰ বুলি চিনাকি দিবলৈকে লাজ পাবি।"

"ও, এতিয়াইতো পাওঁ। তুমি যেনেকুৱা ছোৱালীৰ লগতহে হলি-গলি কৰা! সিহঁতৰ লগত পৰি তোমাৰ উচ্চাৰণবোৰো বেয়া হৈ গৈছে।" সৰু ভনীয়েক সুস্মিতাই কৈছিল। দোকানত থকা মানুহজনে অবাক দৃষ্টিৰে সিহঁতলৈ চাই ৰৈছিল।

মাকে কৈছিল, "মিতা, তই কি শাড়ী কিন, বেগেতে কিন! এইখন দোকান।······কাজিয়া ঘৰতো কৰিব পাৰিবি।"

পাৰমিতাই দুখন শাড়ী বাছি লোৱাৰ পিছত, সিহঁত আটাই-কেইজনী গাড়ীত উঠিছিল।

"মা, মোক নিশাহঁতৰ ঘৰত নমাই দিবাঁ!"

"মিতা, তইযে মোক দিনে দিনে ভাল যাতনা দিছ। নিশাক শাড়ী দিছ ভাল কথা। সিহঁতৰ অৱস্থা বেয়া মই জানো। কিন্তু আমাবোতো একো ভাল নহয়।"

"তথাপি সিহঁতকৈতো ভাল।" পাৰমিতাই কৈছিল।

"তথাপি দেউতাৰ টকাৰে লোকক দয়া দেখুৱাবলৈ······।"

"মইতো মোৰ প্ৰাপ্যখিনিৰপৰাই দিছো—যদি কিবা কেতিয়াবা দিছো। তাত তহঁতৰ ক'ব লগীয়া কি আছে?"

পাৰমিতাই কিবা এখন কিতাপ পঢ়ি আছিল। বাহিৰত শুনিলে মাক আৰু ভনীয়েকৰ মাজত তৰ্ক চলিছে। অলপ সময় তালৈ আওকাণ কৰি কিতাপখন পঢ়াত মনোযোগ দিছিল মিতাই।

বাহিৰৰ তৰ্কখন আ[illegible] কাণ পাতি শুনিছিল মিতাই। কিন্তু দুই-এটা শব্দৰ [illegible] একোকে তাইৰ কাণত সোমোৱা নাছিল। লোভ সামৰিব নোৱাৰি উঠি আহিল মিতা।

মাকে সুচৰিতাক কৈছিল, "এদিন গাড়ীখন নহ'লে কলেজলৈ যাব পাৰিবি দে! সকলো ছোৱালীয়েই কলেজলৈ গাড়ীতহে যায়-নেকি?"

"সকলো ছোৱালীতো নেযায়।······আন কি, তোমাৰ বৰজীয়েৰো



নেযায়। তেতিয়াহে কলেজলৈ যোৱাৰ চেলু দেখুৱাই অৰূপৰ লগত আড্ডা দিব পাৰিব।······মই গাড়ী নহ'লে কলেজলৈ নেযাওঁ।"

"নেযাব যদি নেযাবি আৰু!······এইটো ক্লাছ নকৰ যদি তাৰ পিছৰটো কৰিবি।······বেমাৰী ল'ৰাটো হস্পিটাললৈ নিবলৈ বৰুৱানীয়ে গাড়ীখন খুজিছে। মই নিদিয়াকৈ কেনেকৈ পাৰোঁ? ······ৰ'বি, জ্যোতিয়ে গাড়ীখনেৰে তোক কলেজলৈ লৈ যাব পাৰে-নেকি?" বুলি কৈ পাৰমিতাৰ মাক ফোনৰ ওচৰ পাওঁতেই সুচৰিতাই কৈছিল, "নেলাগে,······মই আজে-বাজে মানুহৰ গাড়ীত নুঠোঁ। লাগিলে কলেজলৈকে নেযাওঁ।" বুলি কৈ তাই নিজৰ কোঠালৈ সোমাই গৈছিল।

পাৰমিতাক দেখি মাকে কৈছিল, "তোৰ কলেজলৈ যোৱাৰ সময় হোৱা নাই নেকি? হ'ল যদি ৰমেশকে কওঁ ভাতকেইটা বাঢ়ি দিবলৈ!······আৰু মিতা, মই ৰুণহঁতৰ কাৰণে গৌতমৰ কিছুমান গৰম কাপোৰ উলিয়াই থৈছিলো।······"

"অ' সেইবোৰ, মই আমাৰ কলেজৰ বুঢ়া চকিদাৰটোৰ নাতিনিয়েককেইটাক দি দিলো। ইমান জাৰত যেনেকৈহে থাকে, দেখিলে বেয়াই লাগে! ৰুণহঁতৰ কাপোৰ নোহোৱা হ'লে মহাই কিনি দিব পাৰিব দিয়াঁ!"

মাকে পাৰমিতাৰ কথাত বিস্মিত হৈ একেথৰে তাইলৈকে চাই থাকে। কিমানদিন তেওঁ তাইক কৈছে যে কাৰোবাক কিবা দিবৰ মন গ'লে তেওঁক সুধি দিবলৈ! নাই, তাই নোসোধে। সোধাৰ প্ৰয়োজনেই বোধ নকৰে। সৰুৰেপৰা তাইৰ [illegible]ৰ। দেখি-শুনি তেওঁৰ ভয়হে হৈছে। ছোৱালীজনী ডাঙৰ হৈ আহিছে। সোনকালে ভাল মানুহৰ ঘৰৰ ল'ৰা এটা চাই বিয়া দিব পাৰিলেই ৰক্ষা। দেউতাককতো তেওঁ সদায়ে কাণ ছুৱাই থাকে। দেউতাক নিৰ্বিকাৰ।

অৰূপহঁতৰ ঘৰলৈ গৈছিল পাৰমিতা। গৈয়ে দেখিছিল কিছুমান

কাগজ-পত্ৰ লৈ অৰূপ বহি আছে। তাইক যোৱা দেখি সি কৈছিল, “অ’ মিতা দেখোন! তুমি আহিছা ভালেই হ’ল। তোমাৰ কথাকে মই ভাবি আছিলো। কলেজলৈ নোযোৱানেকি?”

“যাম। কিয়, তুমি অফিচলৈ নোযোৱা?”

“মোৰ অফিচ নাই নহয়। ইউনিয়নৰ মিটিং এখন কল কৰিছো।”

“মিটিং! কিহৰ মিটিং? তোমাৰ আৰু মিটিঙৰ বাহিৰে আন চিন্তা নাইনেকি অৰূপ?”

“তোমালোক ধনী মানুহৰ ছোৱালী! এইবোৰ কি বুজিবা?”

“কোৱাঁচোন, অলপ কিজানি বুজোঁৱেই!”

“অ’ তুমিতো এইকেইদিন শ্বিলঙতে আছিলা। আমাৰ অফিচৰ ষ্ট্ৰাইক চলিছে। কিয় জানা? দৰ্মহা বঢ়াই দিবলৈ কৈছো আমি! ……এটা কথা জানা মিতা! আমাৰ ষ্ট্ৰাইক কৰা ল’ৰাবোৰৰ ভিতৰত কেইটামান ল’ৰা আছে; সিহঁতে পাৰ্ট-টাইম কৰি চলায়! সৰু সৰু ভায়েক-ভনীয়েক আছে। অথচ সিহঁতে ষ্ট্ৰাইক কৰি বহি আছে।……তুমি বাৰু অলপ টকা দিব পাৰিবানেকি, মিতা?”

“তোমাৰ অফিচৰ মানুহে ষ্ট্ৰাইক কৰিছে আৰু মইহে টকা দিব লগীয়া হ’লনেকি?”

“নোৱাৰা যদি নেলাগে!” অৰূপে অভিমান কৰি কৈছিল।

“কিয় নিদিম? দিম। তুমি যেতিয়াই খুজিছা, মই জানো কেতিয়াবা নিদিওঁ বুলি [illegible]ছো?……নিশা আহিছিল?”

“কালি অ[illegible] গোটেই দিনটো থাকিল, ভাত-পানী ৰান্ধিলে, খালে আৰু গধূলি গ’লগৈ।”

“ও, ঠিক আছে। মই যাওঁ। টকাখিনি তোমাক মই কাইলৈ দিম। চেক্ এখন দিলেওতো হ’ব?”

পিছদিনা দহ বজাত ভাত-পানী খাই-মেলি, তাই অৰূপৰ ঘৰ ওলালগৈ। নিশা তাতেই বহি আছিল। তাইক দেখি দুয়োটা



অপ্ৰস্তুত হৈছিল। “মই এতিয়া যাওঁৱেই!” বুলি তাই অৰূপলৈ চাইছিল। অৰূপে মূৰ দুপিয়াইছিল।

“নিশা, কালি তোমালোকৰ ঘৰলৈ গৈছিলো। তোমাক নেপালো।” হাঁহিবৰ চেষ্টা কৰিও নিশাই পৰা নাছিল, “অ’ কালি মই একালে ওলাই গৈছিলো।……মই এতিয়া যাওঁৱেই।” তাই অৰূপলৈ চাইছিল। অৰূপে মূৰ দুপিয়াইছিল। “মিতা, মই যাওঁ।”

তাইলৈ এখন্তেক চাই ৰৈছিল পাৰমিতা, তাৰ পিছত অৰূপৰ হাতত চেক্খন তুলি ধৰিছিল। চেক্খন লৈ অৰূপে সুধিছিল, “বাৰু, মিতা, তুমিযে মোক এই টকাবোৰ দিয়া, তাৰ কাৰণে তুমি কৈফিয়ৎ দিব নেলাগে?”

“কৈফিয়ৎ কিহৰ কাৰণে? তুমিতো জানা মই দুখন সাপ্তাহিক কাগজৰ কাৰণে পাৰ্ট-টাইম কাম কৰোঁ।……বাৰু, কোৱাঁচোন, তোমাৰ ষ্ট্ৰাইক কেনে চলিছে?”

চিগাৰেট এটা জলাই লৈছিল অৰূপে। “মিতা, এটা কথা। আমি চিফ্ মিনিস্টাৰৰ ওচৰলৈ যোৱাৰ কথা ভাবিছো। এখন মেম’ৰেণ্ডাম দিব লাগে। তুমি লিখি দিবাঁ। তোমাৰতো লিখাত বেছ্ হাত আছে।” অৰূপে পাৰমিতাক কাগজ এখন উলিয়াই দিছিল, “ইয়াত আচল কথাখিনি লিখা আছে। তুমিতো জানাই কেনেকৈ লিখিব লাগে!”

“তেনেহ’লে মই যাওঁ। ক্লাছলৈ দেৰি হৈছে। মই কাইলৈ এইখন লিখি দি থৈ যাম।”

যাবলৈ বুলি উঠিছিল মিতা। অৰূপে [illegible] মুখলৈকে তাইক আগ বঢ়াই থ’বলৈ আহিছিল।

কিমানদিনযে ভাবিছে পাৰমিতাই, অৰূপক আৰু দেখা নকৰে বুলি। তথাপি কিহে জানো, তাইক এইদৰে টানি লৈ আহে! অৰূপটোৰ আজি-কালি বহুত সলনি হৈছে। খদ্দৰৰ পঞ্জাবী চোলা আৰু পায়জামা পিন্ধা বিপ্লৱী অৰূপৰ ধুনীয়া চকুযোৰৰ চাৰনিক

উপেক্ষা কৰিব পৰা নাছিল পাৰমিতাই। অৰূপৰ লগত তাইৰ আঠ বছৰৰ চিনাকি। বিপ্লৱী অৰূপে কি ধৰণৰ বিপ্লৱ কৰে পাৰমিতাই আজিও নুবুজিলে। অৰূপে বিপ্লৱ কৰে বুলি তাই এই কাৰণেই জানে যে, মাজে-সময়ে সি সভায়-সমিতিয়ে বক্তৃতা দিয়ে। তাই যদি কিবা কয়, তেতিয়া কথায় প্ৰতি কয়, "তুমি কি বুজিবা ধনী মানুহৰ ছোৱালী?" ; আৰু মাজে-সময়ে এনেকুৱা এখন ষ্ট্ৰাইক যুগুত কৰি, কিছুমান দুখীয়া মানুহৰ ঘৰৰ ল'ৰাক হাংগাৰ ষ্ট্ৰাইক কৰিবলৈ বহুৱাই নিজে ঘৰলৈ আহি দুটামান খাই লৈ আকৌ তালৈ গৈ, কথাত ফিৰিঙতি ওফৰা লেক্‌চাৰ দিয়ে যে, অনাহাৰত থকা ল'ৰা-জাকৰ সিৰা-উপসিৰাত তেজ গৰম হৈ উতলিবলৈ ধৰে।

নিশাজনীওতো কম বেলেগ হোৱা নাই! আজি-কালি তাই ঘৰত নেথাকেই। বেছিভাগ সময় অৰূপৰ তাতেই থাকে। অথচ অৰূপৰ লগত তায়ে নিশাক চিনাকি কৰি দিছিল।

গোটেই ৰাতি বহি বহি মিতাই অৰূপৰ মেম'ৰেণ্ডাম্‌খন লিখিলে। সেইখন শেষ হওঁতে দুপৰ নিশা হ'লগৈ।

পুৱা সাৰ পাই উঠোঁতে বহুত পলম হ'ল। চকুযোৰ বৰকৈ পুৰিছে। মুখ-হাত ধুই, তাই উঠা গম পায়ে কাম কৰা ছোৱালী-জনীয়ে হাতত লৈ থকা নেমু-টেঙাৰ ৰসৰ পানীখিনি আৰু মৌ দুচামুচ খাই লৈছিল। সেয়া মাকৰ আদেশ; তাই মানিবলৈ বাধ্য। পুৱা শুই উঠিয়েই এই টেঙা-পানীবোৰ খাবলৈ কাৰনো ভাল লাগে! কাম কৰা ছোৱালীজনীক ঘোচ-ঘাচ খুৱায়ো চালে। নাই, তাই কোনোবা দিনা ... মাকৰ কাণত পৰিবই পৰিব। পাৰমিতাৰ ভনীয়েকহঁত এই বিষয়ত মাকৰ ডাঙৰ ভক্ত। সিহঁতে ইয়াৰ উপৰিও ফেছ্‌ মেছেজ্‌ কৰা, মুখত ভেপাৰ লোৱা, দেহৰ প্ৰত্যেকটো ভাঁজৰ কাৰণে ব্যায়াম কৰা, ইত্যাদি বহুত কিবা-কিবি সিহঁতে কৰে।

কলেজলৈ যোৱাৰ বাটত অৰূপক মেম'ৰেণ্ডামখন দি গৈছিল



পাৰমিতাই। নিশাৰ কাৰণেওতো তাই কম কৰা নাই, তিনিবাৰকৈও বি.এ. দিও তাই কোনোমতে পাছ কৰিব নোৱাৰিলে। নিশাৰ প্ৰত্যেকটো পৰীক্ষাৰ কাৰণে তাই মোমায়েকৰপৰা বা খুড়াকৰপৰা টকা খুজি আনিছে। ডাঙৰ ভাগিন বা ভতিজা বুলিয়ে সিহঁতে একো নোসোধাকৈ টকা দি দিয়ে। অথচ আজিলৈকে পাছ কৰিব নোৱাৰিলে। নিশা ঘৰৰ ডাঙৰ ছোৱালী। দেউতাকৰ সামান্য চাকৰিৰ টকাৰে ঘৰখন নচলেগৈ। গতিকে যেতিয়াই পাৰিছে, যেনেকৈয়ে পাৰিছে মিতাই তাইক সহায় কৰিছে।

নিশা আজি-কালি কোনোবা এখন ডাঙৰ হোটেলৰ ৰিছেপ্‌ছনিস্ট। সৰু-ফুটীয়া গাৰ গঠনৰ, এটা ইংৰাজী শব্দ ভালকৈ উচ্চাৰণ কৰিব নোৱৰা নিশাই কামটো কেনেকৈ পালে, তাই ভাবি অবাক। আজি-কালি তাইৰ গাত সদায়ে এখন নতুন শাড়ী। ও, আজিওতো হালধীয়া ৰঙৰ এখন ধুনীয়া শাড়ী পিন্ধিছে। অৰূপৰ গাতো হালধীয়া ৰঙৰ এটা স্পৰ্টিং শ্বাৰ্ট। তিনি সপ্তাহ ধৰি একেটা গেঞ্জীকে পিন্ধি থকা অৰূপৰ সলনিখিনি দেখি হাঁহি উঠিছিল পাৰমিতাৰ।

আগতে কেতিয়াবা অৰূপে পাৰমিতাক কয়, "মিতা, তোমা-লোকৰ নিচিনা ধনী মানুহবোৰ মই দেখিব নোৱাৰোঁ। তথাপি ক'ব নোৱাৰোঁ, তোমাক মোৰ কিয় ইমান ভাল লাগিলে।"

"হয়নেকি?" পাৰমিতাই হাঁহে।

"মিতা, কালি জানা ঘৰলৈ গৈছিলো। ভন্তিজনীক কলেজত এডমিছন দিব লাগে। ইফালে মোৰ হাতত একেবাৰেই টকা নাই। তুমি দুশমান টকা ধাৰলৈ দিব পাৰিবা?"

"কেতিয়া লাগিব?"

"দুই-তিনিদিনৰ পিছত দিলেও হ'ব।"

"বাৰু হ'ব। মই যাওঁ; দেৰি হৈছে। আজি অনিমেষ চৌধুৰীৰ ছোৱালী বজিৰ বিয়া নহয়। নগ'লে বেয়া হ'ব।"

"অ' সেইজনীৰ বিয়ানেকি? কাৰ লগত?"

"'সেইজনী' বুলি কৈছাযে!"

"এঃ বাদ দিয়াঁ। যিহে ছোৱালী, নিজৰ ঘৰৰ ড্ৰাইভাৰ-চাকৰৰ লগত যিবোৰহে কাণ্ড!"

"ছিঃ অৰূপ, ডু নট্ স্পিক্ অল্ দিজ ৰটেন্ লাইজ! মানুহৰ দৰে কথা ক'বলৈ শিকিবাঁচোন!"

অনিমেষ চৌধুৰীৰ ছোৱালী ৰজিৰ কথা অহুকাণে-পহুকাণে পাৰমিতাই শুনিছিল। তাইতো অৰূপৰ দ্বিতীয় চিকাৰ। কলেজত থাকোঁতে অৰূপতো কম ৰজিৰ পিছত লগা নাই! এদিন বোলে কলেজৰ এজাক ল'ৰা-ছোৱালীৰ আগতে, অৰূপক এটা কাণতলীয়া চৰ শোধাই দিলে। এতিয়াহে বুজিছে পাৰমিতাই, অৰূপৰ ক্ষোভ-খিনি ক'ত!

সেইদিনা নিশাহঁতৰ ঘৰলৈ গৈছিল পাৰমিতা। নিশাৰ সৰু ভায়েকটোৰ ভীষণ জ্বৰ। মাকে কান্দি কান্দি তাৰ কপালত পটি দি আছে। মাকৰ ওচৰতে বহি আছে নিশাৰ সৰু ভনীয়েক শিখা। নিশা বোলে সদায় ৰাতি এডোখৰত ঘৰ সোমায়হি। কিবা ক'লেও জেক্‌জেকাই উঠে। অৰূপ যি কোনো সময়তে সিহঁতৰ ঘৰলৈ আহে। মাকে সেইবোৰ কথা ভাল নেপায় যদিও, উপায় নাই।

"মাহীদেউ, মই আপোনাক এই টকাখিনি দি গ'লো। ডাক্তৰ এজন আনি পাৰিলে এবাৰ দেখুৱাওক। মই কাইলৈ পাৰিলে এবাৰ আহি যাম!"

"বাৰু……। অ' অৰূপনে কি ল'ৰাটো……"

"অ'……কি……?" পাৰমিতাৰ গাল ছুখন সামান্যভাৱে ৰঙা পৰিছিল। নিশাৰ মাকেতো অৰূপৰ লগত তাইৰ কি সম্বন্ধ জানে।

"সি বাৰু আজি-কালি কিবা ডাঙৰ চাকৰি-বাকৰি কৰেনেকি? ইহঁতকতো প্ৰায়ে কাপোৰ-কানি দিয়ে! নিশাক সুধিলে তাই ছিধায় কয়, 'তহঁতৰ কি দৰ্কাৰ?'"



"মই নেজানো মাহীদেউ। হ'ব পাৰে……ক'ৰবাত ডাঙৰ চাকৰি কৰিবও পাৰে! যিয়েই নহওক, ভাইটিক আপুনি ঔষধকেইটা খুৱাব।" পাৰমিতা ওলাই আহিছিল। ইয়াৰপৰা সোনকালে পলোৱাই ভাল। নিশা অৰূপৰা কোন সময়ত পায়হি! অৰূপৰ ডাঙৰ চাকৰি……সিহঁতক বহুত কাপোৰ-কানি দিয়ে। কথাবোৰৰ অৰ্থ বুজিবলৈ তাইৰ বাকী নেথাকিল। যিমান সোনকালে পাৰে তাই অন্য ঠাইত এটা চাকৰি বিচাৰি উলিয়াব লাগিব। ইয়াত থকাটো আৰু সম্ভৱ নহ'ব!

# মই বন্দী হৈ আছো এটি সজাত

চকু মেলি চাইছিল পূজাই। বেলিৰ পোহৰখিনি ডাঠ পৰ্দাবোৰৰ বাধা নেমানি ভিতৰলৈ সোমাই আহিছে। হাত দুখনেৰে চকুযোৰ ঢাকি ধৰিলে পূজাই; দিনৰ সত্যতাখিনি সহ্য কৰিবলৈ টান পায়, কিন্তু সহ্যতো কৰিবই লাগিব। যি সঁচা, যি সত্য, তাৰপৰা পলাই যোৱা মানেই নিজকে ফাকি দিয়া। ভাববোৰৰ খেলি-মেলি লাগিছিল। আজি মানে কাইলৈ, কাইলৈ মানেতো ভৱিষ্যত।

এইবোৰ তাই কি ভাবিছে! অসংলগ্ন এই ভাববোৰৰ কোনো গতি নাই; অনুভূতিবোৰৰো কোনো ভাষা নাই। তেনেহ'লে কিয় তাই চকু মেলি পৃথিৱীখনক চাবলৈ বিচৰা নাই! কিয় চকুযোৰ জপাই থাকিলে পৃথিৱীখনৰ লগত তাইৰ কোনো সম্বন্ধ থাকিব নোৱাৰে বুলি ভাবিছে?

এই কেইদিনতে ঘৰখন কিবা এটা ব্যস্ত হৈ পৰিছে; কিবা এক উত্তেজনাক চেপা দি ৰাখিবলৈ বিচাৰিছে। এই উত্তেজনা, এই ব্যস্ততা তাইৰ কাৰণেই হোৱা বুলি পূজাই গম পাইছে। কিন্তু ক'তা, তাইৰতো একো হোৱা নাই। হ'বই বা কি? হ'বলৈ আছেইবা কি? কোনোবাই যদি নজনাকৈয়ে তোমাক পুতি পেলাবলৈ বিচাৰে, তেনেহ'লে পাহৰি যোৱাঁ, তোমাক পুতি পেলাবলৈ দিয়ঁা। কাৰণ যে[illegible]ছে মানুহ হৈ জীয়াই থকাৰ, মানুহৰ লগত মিলা-প্ৰীতি বজাই ৰখাৰ, কোনো বেয়া ভাব নৰখাৰ একমাত্ৰ উপায়। কিন্তু এই মিলা-প্ৰীতি, এই আত্মীয়তা, এই নিৰ্ভৰতা, এই নিশ্চয়তাৰ দাম কিমান?

ঠিক যেন এই কাঠৰ ভৰিৰ নিচিনা! নিজৰ এটা ভৰি নথকাৰ কাৰণে, তুমি এটা কাঠৰ ভৰি লগাই লৈছা। সেইটোৱে তোমাক



খোজ কঢ়াত সহায় কৰিছে, তোমাক পৃথিৱীত জীয়াই থাকিবলৈ সমল যোগাইছে। কিন্তু যিমানেই নহওক, সেই দুখনতো তোমাৰ নিজৰ ভৰি নহয়!

ভুলে ভুলে জীৱনটো সঁচাকৈয়ে ভুলময় হৈ গ'ল। পৰিপূৰ্ণ হৈ থকা তাইৰ জীৱনৰ পাত্ৰটো যেন ক্ৰমান্বয়ে শূন্য হৈ আহিছে। অভিষেকৰ মনৰ শূন্যতাখিনি পূৰাবলৈকে তাইৰ জীৱনৰ পূৰ্ণতাখিনি ধাৰ দি দি অৱশেষত নাইকিয়া হৈ গ'ল।

পূজাই চকুযোৰৰপৰা হাতখন আঁতৰাই আনিছিল। তাইৰ একেবাৰে ওচৰতে শুই আছে অভিষেক। খুব যেন শ্ৰান্ত, খুব ক্লান্ত মানুহটো!

অভিষেকৰ কি হৈছে? তাইতো তেওঁকেই জিকিব লৈ দিছিল। তেনেহ'লে এয়া কিয় তেওঁৰ মুখখনত হাৰ মনাৰ চাব? অভিষেকক তাই ভাল পায়। তাই জানে সদায়ে পাব। তেওঁ লাগিলে তাইৰপৰা যিহকে নিবিচাৰক; আন কি, জীৱনটোও!

সময়বোৰ পাৰ হৈ গৈ আছে। এই গতিৰ কোনো বেগ নাই, কোনো ঢৌ নাই, কোনো সোঁত নাই। কিন্তু ঠিক গৈ আছে। যাওক, তাত তাইৰ কোনো আক্ষেপ নাই, কোনো ক্ষোভ নাই, কোনো দ্বিধা নাই। সময়বোৰ মুঠতে পাৰ হ'লেই হয়। যেনেকৈয়ে হওক, যি কোনো উপায়েৰেই হওক।

কোনে বাৰু কৈছিল মোহ কেতিয়াও চিৰস্থায়ী নহয় বুলি? ক'তা, তাইৰ প্ৰতি দেখোন অভিষেকৰ ভালপোৱা এতিয়াও অফুৰন্ত হৈয়ে আছে। তাইক যিমানেই পাই[illegible]মানে যেন তাইৰ শ্বাস ৰুদ্ধ হৈ গৈছে, তাই ক্লান্ত হৈ পৰিছে আৰু মনে তাইৰ হাহাকাৰ কৰি উঠিছে।

তাই শোৱা কোঠাৰ খিৰিকীখনেই যেন তাইৰ পৃথিৱী। গোটেই পৃথিৱীখন যেন তাইৰ খিৰিকীৰ আইনাখনত সীমাবদ্ধ হৈ আছে। ৰাতিপুৱা শুই উঠিলেই তাই পৃথিৱীখন চাইছে। পুৱা গাথীৰ দিয়া

গুৱালটোৱে গাখীৰ দিবলৈ আহিছে ; জমাদাৰ ছোৱালীজনীয়ে বহল আলিবাটটো এফালৰপৰা সাৰি নিছে ; এজন বৃদ্ধই প্ৰাতঃভ্ৰমণ কৰিবলৈ হাতত এডাল লাখুটি লৈ এখোজকৈ আগ বাঢ়িছে, কণমান কেইজনমান ছোৱালীয়ে সিহঁতৰ ঘৰৰ সন্মুখৰ বকুলজোপাৰ তলত ভৰি থকা ফুলবোৰ বুটলি, সিহঁতৰ ফুলনিৰ ছিজন ফ্লাৱাৰ-টুপাহমান নিবৰ কাৰণে সুযোগ বিচাৰি আছে ; বাতৰি-কাকত দিয়া মানুহটোৱে, কাকতখন দিবলৈ আহি ঘূৰি যাওঁতে গেটখন বন্ধ কৰিবলৈ পাহৰি গৈছে। ও, পৃথিৱীখন তেনেহ'লে ঘূৰি আছে ! তাইৰ দৰেতো কাৰো গতানুগতিক জীৱনটো স্তব্ধ হৈ যোৱা নাই, নিস্তেজ হৈ যোৱা নাই, নিঃসাৰ হৈ যোৱা নাই।……

Oh Sir, she smiled, no doubt,
Whenever I passed,
But who passed without
Much the same smile ? This grew ;
I gave commands.
Then all smiles stopped together.

এটা শেঁতা হাঁহি বিয়পি পৰিছিল পূজাৰ ওঁঠত। অভিষেক বৰুৱা ব্ৰাউনিঙৰ প্ৰেতাত্মা নহয়তো ! এই কেইদিন তাইক চাবলৈ সদায়ে ডাক্তৰ দত্ত আহিছে। অভিষেকহঁতে তাই পগলা হৈছে বুলি ধৰি লৈছেনেকি ? খঙতে তলৰ ওঁঠটো জোৰেৰে কামুৰি ধৰিছিল পূজাই। [illegible]ৰ মনৰে বিকাৰ, তেওঁ আকৌ আনক চিকিৎসা কৰোৱায় !!

সেইদিনা এয়া এবছৰৰ আগৰ কথা। অভিষেক অফিছৰপৰা অহাৰ পিছত চিনেমা চাবলৈ যোৱাৰ কথা। ড্ৰেছিং টেবুলৰ আগত বহি পূজাই ধুনীয়াকৈ এটা খোপা বান্ধিছিল। তাই অভিষেকক সোমাই অহা দেখিছিল আৰ্চীত। পিছফালৰপৰা আহি অভিষেকে



তাইৰ চকুযোৰ জপাই ধৰিছিল। হাঁহি হাঁহি পূজাই কৈছিল, "অঁকৰা ল'ৰাটোৱে গমেই পোৱা নাই যে মই আইনাত দেখি আছো।"

পূজাই বিশেষ একো প্ৰসাধন নকৰে। তাই দুহাতেৰে অভিষেকৰ হাতখন এৰুৱাই দিছিল আৰু ড্ৰেছিং টেবুলৰপৰা, নিজৰ শাড়ীখনৰ লগত মিলাকৈ এটা তেজ-ৰঙা লিপষ্টিক হাতত তুলি লৈছিল। বিছনাৰ ওপৰত বহি অভিষেকে একেৰাহে তাইলৈ চাই আছিল।

"এটা কথা ক'ম। শুনিবা ?" অভিষেকৰ দুচকুত কাতৰতা।

"কিয় নুশুনিম ? তোমাৰ কোনটো কথা মই শুনা নাই ?"

সৰু ল'ৰা এটাক কোৱাৰ দৰে তাই কথাষাৰ কৈছিল।

"তুমি যদি বেয়া পোৱা !"

"নেপাওঁ।……নিশ্চয় নেপাওঁ, তুমি কোৱা।"

"……তুমি এই ৰংবোৰ নঘঁহিবাঁচোন ! তুমিতো এনেয়ে ধুনীয়া ! মোৰ ভয় লাগে……।"

বিস্মিত হৈ পূজাই অভিষেকৰ দুচকুলৈ চাইছিল।

"তুমিনো এইবোৰ কি ধেমালি কৰা !" লিপষ্টিকটো পূজাই ওঁঠত বোলাই লৈছিল।

"সঁচা, পূজা। মই ধেমালি কৰা নাই। যোৱাঁ তুমি, এইবোৰ ধুই পেলোৱাঁগৈ। মোৰ একেবাৰে সহ্য নহয় !"

পূজাই একো নকৈ, বাথৰুমলৈ উঠি গৈ মুখখন ধুই আহিছিল। অভিষেকে সুধিছিল, "মোক বেয়া পা[illegible] ?"

"ধেৎ, কিয় বেয়া পাম !"

তাৰ পিছত চিনেমা চাবলৈ ওলাই আহিছিল পূজা আৰু অভিষেক। সিহঁতৰ ঠিক পিছফালে বহিছিল, পূজাৰ ককায়েক অৰ্পণৰ বন্ধু স্বৰূপ চলিহা। স্বৰূপক দেখি, কথা পাতিবৰ মন গৈছিল পূজাৰ। কিন্তু ইচ্ছা থকা সত্বেও তাই পৰা নাছিল। এবাৰ মাথোঁ স্বৰূপলৈ ঘূৰি চাই হাঁহিছিল। তাইৰ চাৰনিত আগৰ কোনো

আত্মীয়তা নেদেখি স্বল্পেও হয়তো আগ বাঢ়ি আহি চিনাকি হ'বলৈ বেয়া পাইছিল।

তথাপি জগৰ তাতেই লাগিল। গোটেই বাটটো ঘূৰি আহোঁতে, অভিষেকে এটা শব্দও উচ্চাৰণ কৰা নাছিল। ঘৰলৈ আহিও গহীন হৈ আছিল। কেইবাবাৰো ভাত খাবলৈ মতাতো নাহিল। মাকেও মাতিলেহি। অভিষেক হঠাত মাকবো খং উঠিল, "তুমি কিবা ক'লানেকি, বোৱাৰী?"

"নাই, মইতো একো কোৱা নাই। কিবা ক'বলৈ আমি কথাই পতা নাই।"

"জানো, ক'ব নোৱাৰোঁ। এইবোৰ মহিমাৰ পাৰ আমি কেনেকৈ পাম? যোৱাঁ, তুমি দুটামান খাই শুই থাকাঁগৈ। ল'ৰাকেইটা তোমালোকৰ কাৰণেই বৈ আছে।"

"ঠিক আছে!......মই বাৰু খাম। আপুনি শোৱকগৈ।"

"মই শুম। কিন্তু ব'লা, তুমি আগতে খাই লোৱাঁগৈ।"

"কিন্তু মা, তেওঁ নেখালে মই কেনেকৈ খাম?......তাতকৈ আপুনি শোৱকগৈ। মই ফুচলাই মেলি খুৱাব পাৰোঁ নেকি!"

"তোমাৰ কেঁচুৱা তুমি ফুচুলাই থাকাঁ, মই যাওঁ!"

শাহুৱেক যোৱালৈকে বাট চাই আছিল পূজাই। তাৰ পিছত কাম কৰা ল'ৰাকেইটাক ভাত ঢাকি থ'বলৈ কৈ তাই সিহঁতৰ শোৱনি-কোঠা পাইছিলগৈ।

অভিষেক শুই আছে। কাপোৰ-কানি সলোৱা নাই। অলপ সময় অভিষেকলৈ চাই তাই তাৰ জোতা-মোজা সোলোকাই দি, ডিঙিৰ টাইডাল খুলি দিছিল।

"শুনা, মইনো কি কৰিলো? কিহৰ কাৰণে তোমাৰ ইমান খং উঠিছে?"

"নাই উঠা খং। চাওঁ গুচাঁ!" পূজাৰ হাতখন আঁতৰাই দিছিল অভিষেকে।



"তুমি কিয় খং উঠা নাই বুলি কৈছা? কিন্তু খং উঠিবলৈতো এটা কাৰণ থাকিব লাগে। তুমি ভাত নোখোৱা, আৰু তুমি নেখালেনো মই কেনেকৈ খাওঁ?"

"কোনে মানা কৰিছেনো?"

"মানাতো কৰা নাই। তুমি এইদৰে যদি সদায়......! মাহঁতেনো কি ভাবিব? কি হৈছে, অন্ততঃ কাৰণটোতো কোৱাঁ।"

"কিয় হাঁহিছিলা?"

"হাঁহিছিলো, কেতিয়া?"

"ইঃ, এতিয়া ক'ব নোৱৰা হ'ল। চিনেমা-হলত যে আমাৰ পিছফালে বহিছিল মানুহজনলৈ চাই কিয় হাঁহিছিলা?"

"চিনি পোৱা মানুহজনলৈ চাই হাঁহিলো, কি হ'বনো?"

"চিনি পোৱা যদি মোক চিনাকি কৰি নিদিলা কিয়?"

"তাৰ উত্তৰ মোতকৈ তুমিয়ে ভালকৈ জানা। চিনাকি কৰি দিয়া হ'লে ক'লাহেঁতেন, কিয় কৰি দিছা? আৰু নিদিয়া কাৰণে সুধিছা, কিয় নিদিলো......বাৰু ব'লাঁ এতিয়া। এই সামান্য কথাৰ কাৰণে তুমি ভাত নোখোৱাকৈ থাকিব নেলাগে।"

"তোমাক পপ্‌কৰ্ন্ আনি দিছিল!"

"দিছিল এইটো, এতিয়াও খোলা নাই।" বুলি মেজৰ ওপৰৰ-পৰা বেগটো আনি খুলি দেখুৱাইছিল পূজাই।

"তুমি কিয় লৈছিলা? মই কিবা তোমাক আনি দিব নোৱাৰিলোহেঁতেননেকি?"

"এটা পেকেট কিয়, গোটেই দোকানখনকে কিনি আনি দিয়াৰ সামৰ্থ্যও তোমাৰ আছে। কিন্তু মানুহে আগ বঢ়াই দিয়া বস্তুটো নোলোৱাকৈ মই কেনেকৈ পাৰোঁ?"

"তেওঁ তোমাক পপ্‌কৰ্ন্ দিছে, অথচ মোৰ লগত চিনাকি হোৱাৰ আগ্ৰহ দেখুওৱা নাই। তাৰ মানে কি হ'ব পাৰে।"

"অতি সহজ, তোমালৈ চাওঁতে তুমি চকুযোৰ আঁতৰাই নিয়া মই দেখিছিলো।"

"ও, এতিয়া মোৰ গাতহে দোষ হ'ল!"

"নাই হোৱা। তোমাৰ গাত কিয় দোষ হ'ব, দোষ মোৰ গাত।······বাৰু, মহাৰাজ আজিৰপৰা মই কাৰোবাক দেখিলে নাহাঁহো, পপ্‌কৰ্ন্‌ দিলেও নেখাওঁ। হ'বতো? এতিয়া ব'লাঁ, ভাত খোৱাঁগৈ।

অভিষেকক জোৰ কৰি তাই লৈ গৈছিল ভাত খোৱা মেজলৈ। অভিষেকে ভাত খাইছিল; তাই খাব পৰা নাছিল। ভাত খাই উঠি অভিষেকে শুই পৰিছিল; তাই শুব পৰা নাছিল।

তাই আৰু কিমান সহ্য কৰিব! সকলোৰেতো এটা সীমা আছে। এইকেইদিন তাই কান্দিছে, প্ৰাণ উজাৰি কান্দিছে, মাৰি পঠোৱা ফৰ্মুঠিটো আকৌ ঘূৰি নাহে। তাইৰ জীৱনৰ অসফলতাৰ প্ৰতিবাদ তাই যেন চকু-পানীৰেই কৰিবলৈ বিচাৰিছে। অকলতো অভিষেকক সন্তুষ্ট কৰাই নহয়, মাকহঁতকো সন্তুষ্ট কৰিব লাগে। অভিষেকৰ দোষবোৰ লুকুৱাবলৈ গৈ এদিন মাকহঁতৰ চকুতো বেয়া হ'ব লাগিব। মাকক নাতি লাগে; অভিষেকক সন্তান নেলাগে। কেতিয়াবা ক'ৰবাৰপৰা এটা তাবিজ, কেতিয়াবা কোনোবা বেজে জাৰি দিয়া এপালি ঔষধ, কেতিয়াবা মন্দিৰৰ প্ৰসাদ আনি যেতিয়া শাহুৱেকে দিয়েহি, পূজাৰ বৰ অসহায় যেন লাগে।

বৰ অকলশৰীয়া যেন লাগিছিল পূজাৰ। নিজকে এখন ডাঙৰ ৰভাৰ তলত এটা [illegible] অকলশৰে বহি থকা এজন অতিথিৰ দৰেই লাগিছিল।

# মৰম যদি নহয় মৰম

টাইৰ গাঁঠিটো লগাই লগাই সুজিত লিপিকাৰ কাষত ব'লহি। কাপোৰ-কানি পিন্ধি ওলাই অহা সুজিতলৈ চাইছিল লিপিকাই। আকৌ ব্যস্ত হৈ পৰিছিল উল গোঁঠাত। অস্থিৰ ভাববোৰৰ লগে লগে নাচিছিল তাইৰ হাতৰ শলা কেইডাল। তাইৰ অভিমানখিনি বুজি লৈছিল সুজিতে। সি মিচিকিয়াই হাঁহি কৈছিল, "মইতো সোনকালে ঘূৰি আহিম, খং কৰিছা কিয়?"

"হৈছে, সোনকালে আহিবা। সদায়তো কৈ যোৱা সোনকালে আহিবা বুলি! ভালেই হৈছে দিয়াঁ, মোৰ ছুৱেটাৰটো সোনকালে ওলাব। জাৰটো প্ৰায় গ'লেই বুলিব পাৰি!"

"এতিয়া যাওঁ লিপি, চাবাঁ, মই তোমাক কথা দিছোঁ, আজি সোনকালেই ঘূৰি আহিম।" লিপিকাৰ হাতত ধৰি কৈছিল সুজিতে।

তায়ো তাৰ হাতখন মৰমতে চেপি ধৰি কৈছিল, "সোনকালে আহিবা সঁচাকৈয়ে? ন'হলে চাবাঁ দিম ভালকৈ।"

সুজিত গুচি গৈছিল। ড্ৰইং ৰুমৰ ছোফাখনত বহি পৰিছিল লিপিকা উল গুঁঠিবলৈ। এৰা, দিন নাই, ৰাতি নাই, মানুহজন কেৱল ৰোগীবোৰ লৈয়ে ব্যস্ত। ক'তা, তাইৰ দেউতাক, ককায়েক, দুয়োতো ডাক্তৰ। ৰোগী চাবলৈ মা[illegible]লৈ অহা মানুহবোৰক তেওঁলোকে বিনা দ্বিধায় যাব নোৱাৰোঁ বুলি কৈ[illegible] পাৰে। অথচ, ৰাতি দুই বজাতো ৰোগী চাবলৈ যায় সুজিত।

ফোনটো জোৰকৈ বাজি উঠিছিল। উঠি গৈছিল লিপিকা। সুজিত তেনেহ'লে আহিলেই! আকৌ কেনিবা যাব লাগিব।

"হেল্লো, ছেভেন নাইন এইট চিক্স হিয়াৰ।"

"হেল্লো! তুৰবা আছেনেকি? বেগেতে মাতি দিয়কচোন।"

"তেখেত নাই, দূৰলৈ গৈছে ৰোগী চাবলৈ। কাৰোবাৰ বেছি অসুখ যদি আন কোনোবা এজন ডাক্তৰলৈ কল পঠাওক।"

"সেয়া বাৰু আমাৰ লিপি আইদেউনেকি? বেছ ধৰা পৰিলা। এইদৰে মোৰ ভাত নামাৰিবা কিন্তু!" টেলিফোনৰ তাঁৰৰ ইটো মূৰত হো-হোকৈ হাঁহিছিল সুজিতে। লাজত লিপিকাই ৰিছিভাৰটো ধৰিয়েই থাকিবনে থৈয়েই দিব, ঠিক কৰিব পৰা নাছিল।

সুজিতে আকৌ কৈছিল, "হেল্লো, লিপি। শুনা এটা ভাল খবৰ। মোৰ পুৰণি বন্ধু বিমান বৰুৱা আৰু তেওঁৰ পত্নী সুজাতা শ্বিলঙৰপৰা দিল্লীলৈ যাব, মেডিকেল কন্‌ফাৰেঞ্চ এটেণ্ড কৰিবলৈ। আজি ৰাতিটো আমাৰ ইয়াতে থাকি কাইলৈ গধূলি আসাম মেইলত যাবগৈ। গতিকে গেষ্ট ৰুমটো ঠিক কৰি দিয়াঁ, অলপ পিছত মই গৈছোঁ। থওঁ দেই।"

লিপিকা ব্যস্ত হৈ পৰিছিল আলহীৰ থকা-মেলাৰ ব্যৱস্থা কৰিবলৈ। এটা সময়ত আলহীৰ সৈতে সোমাই আহিছিল সুজিত। ভাত-খোৱা মেজত বহি বিমানে অনৰ্গল কথা কৈ গৈছিল, "বুজিছা লিপি, আমি সুজিত আৰু সুজাতাক কলেজত পঢ়োঁতে জোকাইছিলোঁ।" হাঁহি হাঁহি সুজাতালৈ চাইছিল বিমানে।

"কিযে অসভ্য এওঁ! বুজিছা লিপি, এওঁৰ মুখখনৰ অকণো কণ্ট্ৰল নাই। নাম দুটা একে কাৰণে এওঁৰ নিচিনা অসভ্যবোৰে জোকাইছিল, সঁচা! কিন্তু তুমি বেয়া নাপাবাঁ।"

"নাই, নাই, সেইটো[illegible] কি বেয়া পাব লগীয়া কথা?" নাই পোৱা বুলি কৈ[illegible] যদিও মনৰ কোনোবাখিনি লিপিকাৰ বৰ বেয়াকৈ বিষাই গৈছিল। আৰু যেতিয়া সুজাতা, বিমান আৰু সুজিতে মেডিকেল কন্‌ফাৰেঞ্চৰ কথা পাতিবলৈ ল'লে, তাই বৰ অস্বস্তি বোধ কৰিবলৈ ধৰিলে।

পিছদিনা আবেলি সুজাতা-বিমান গুচি গৈছিল। সুজিতে সিহঁতক স্টেশ্যনত থৈ আহিবলৈ গৈছিল। লিপিকাৰ মনত কিছুমান



ভাব ঢৌৱাই উঠিছিল। সুজাতাৰ দৰে ডাক্তৰণী এজনীক লৈ যেন সুজিত বেছি সুখী হ'লহেঁতেন। সামাজিক নীতি-নিয়মৰপৰা মুকলি হ'ব নোৱাৰিয়েই যেন সি তাইক বিয়া কৰালে। ব্যক্তিগত অনুভূতিক সুজিতে যেন অকণো মূল্য নিদিয়ে,···দিবলৈ নিবিচাৰে।

সেইদিনা আন কালতকৈ সোনকালে লিপিকা গৈছিল হস্পিটাললৈ। নেটৰ দুৱাৰখন খুলি তাই সোমাই গৈছিল সুজাতা থকা পেয়িং কেবিনটোলৈ।

কিন্তু, দুৱাৰখন নিঃশব্দে জপাই বৈ গৈছিল লিপিকা। এয়া দেখোন সুজাতাৰ তেনেই কাষতে বহি আছে সুজিত। সুজাতাৰ অ'ত ত'ত সিঁচৰতি হৈ পৰি থকা চুলিকেইডাল মৰমেৰে আঁতৰাই দিছে সি।

একো নকৈ উভতি আহিছিল লিপিকা। দুৱাৰখন খুলিব খোজোঁতে তাই তাইৰ ফালে অহা ছিস্টাৰগৰাকীৰ ফালে বস্তুখিনি আগুৱাই দি ক'লে, "এইখিনি থৈ দিয়াঁ ছিস্টাৰ, মই অলপ পৰৰ পিছতে ভাত লৈ আহিছোঁ। তুমিয়ে খুৱাই দিবাঁ, নহ'লে তেখেতকে ক'বাঁ। মোৰ বিশেষ কাম এটা থকাত গুচি যাব লগীয়া হ'ল বুলিও ক'বাঁ দেই।" মূৰ দুপিয়াই আঁতৰি গৈছিল ছিস্টাৰজনী। নেটৰ দুৱাৰখন খুলি ওলাই আহিছিল লিপিকা। তাইৰ চকুত পৰিছিল মিছন হস্পিটেলৰ গীৰ্জা-ঘৰৰ বেদীত থিয় হৈ থকা মেডোনাৰ মাতৃ-মূৰ্তিটো······চকুযোৰ।

শিল্পীৰ তুলিকাই চকুযোৰত সানি দিছ[illegible] অসীম কাৰুণ্য। তাইলৈ সহানুভূতিৰে চাইছে যেন মূৰ্তিটোৱে। তাইৰ সকলো কথা যেন জানি গৈছে সকলোৱে। বেগা-বেগিকৈ চকুযোৰৰ আঁৰ হৈ লিপিকা বিক্ষাত উঠিলহি।

উঃ, অসহ্য! সকলো সহ্য কৰাৰোতো এটা সীমা আছে। যেনে তেনেকৈ জীয়াই থকাটোকেতো জীৱন নোবোলে। সুজিতৰ মৰমৰ

অন্তৰালত ইমান প্ৰৱঞ্চনা, ইমান প্ৰতাৰণা সোমাই আছে! তেনেহ'লে! সুজাতাৰ সমান শিক্ষা নাথাকিলেও, আন সকলো গুণতো তাইৰ আছে!

লিপিকাৰ কাণত বাজি উঠিছিল সুজাতাৰ দুৰ্বল কণ্ঠস্বৰ : "কিন্তু লিপি! লিপিৰ কি হ'ব জিত ?"

"সেইবোৰ সকলো পিছত হ'ব সুজাতা ; তুমি চিন্তা নকৰিবাঁ। ভগৱানে এই সকলোবোৰ আমাৰ ভালৰ কাৰণেই কৰিছে।"

উঃ! ইমান ফাঁকি! সুজিতে তেনেহ'লে সুজাতাক সঁচাকৈয়ে ভাল পাইছিল আৰু এতিয়াও পায়। মানুহৰ মুখে মুখে শুনা সকলো কথাই তেনেহ'লে সঁচা? আজিতো তাই নিজ কাণেৰে শুনিলে! তেনেহ'লে ?……এতিয়া……এতিয়া তাই কি কৰিব!

আজি এবছৰ হৈ গ'ল। সেইদিনা বিমান-সুজাতা যোৱা ট্ৰেইন-খনৰ বাবাউনিত দুৰ্ঘটনা ঘটিছিল। থিতাতে মৃত্যু হৈছিল বিমানৰ। মাথোঁ দৃষ্টি-শক্তি হেৰুৱাই বৈ গৈছিল সুজাতা। সুজাতাক লৈ আহিছিল সুজিতে নিজ হস্পিটালত চিকিৎসা কৰাবলৈ।

সুজাতাৰ শুশ্ৰূষাত কোনো ত্ৰুটি কৰা নাছিল লিপিকাই। অথচ এয়া তাই কি ফল পালে?

এইকেইটা মাহ সুজিত যেন অলপ বেলেগ ধৰণেৰে ব্যস্ত হৈ গৈছে। কিন্তু মানৱ-সেৱা কৰি মহীয়ান হ'বলৈ যোৱা সুজিতৰ আচল ৰূপটো তাই আজি দেখিলে। সুজিতৰ ভণ্ডামিখিনি নিজে নিজে তাইৰ চকু[illegible]ত ধৰা দিলেহি!

খং-অপমানত বিক্সাৰপৰা নামি, লিপিকা পোনে পোনে সোমাই গৈছিল সুজিতৰ অফিচ ৰুমটোলৈ। দৰবৰ আলমাৰিটো খুলি তাই উলিয়াইছিল ৰঙা-নীলা কেপচুল থকা এটা ঔষধৰ বটল। আজিকালি প্ৰায়ে তাই এইটো টোপনি যাবলৈ খায়। জেকুইলিন ছুছানৰ 'ভেলি অব্ ডলছ' উপন্যাসখনৰ নায়িকাই এইদৰে পৃথিৱীৰ দুখ-



বেদনা পাহৰি যাবলৈ এই ৰঙা-নীলা কেপচুল খাইছিল। মনলৈ অফুৰন্ত শান্তি আনি দিয়া কেপচুলবোৰক জেকুইলিনৰ নায়িকাই একো একোটা ধুনীয়া পুতলাৰ আখ্যা দিছিল। বিয়াৰ পিছত সুজিত কামলৈ ওলাই যাওঁতে পঢ়া উপন্যাসখন পঢ়োঁতে অলপ আচৰিত লাগিছিল। সুখ-সম্ভোগ ভৰা জীৱনটোৰ মাজতো মানুহৰ মনত কেনেকৈ বেদনা থাকিব পাৰে? এতিয়াহে বুজিছে লিপিকাই। টকা-পইছাৰে পূৰ্ণ তাইৰ এই নিজা ঘৰখনৰ লগত দাৰিদ্ৰ্যৰে ভৰা ঘৰখনৰ কোনো তুলনা নাই। তাইৰ ৰূপ দেখি সুজিতৰ মাকে তাইক সুজিতলৈ বিয়া কৰাই আনিছিল। প্ৰথমতে ভাবিছিল জীৱনত নোপোৱাৰ বেদনাখিনি তাই এতিয়া পূৰাই ল'ব পাৰিব। কিন্তু সেইবোৰ একোৱেই নহ'ল। নেলাগে হ'ব।

নিস্তুতেল……ৰঙা-নীলা এই ধুনীয়া কেপচুলবোৰ যদি তাইক মনৰ সকলো দুখ পাহৰিবলৈ সুবিধা কৰি দিয়ে, তেনেহ'লে দুটামান খোৱাতনো ক্ষতি কি?

এক—দুই—তিনি—চাৰি—…এই যোল্লটা কেপচুল খাই তাই এতিয়া সকলো পাহৰি যাব। পাহৰি যাব নিজক, পাহৰি যাব সুজিতক, পাহৰি যাব সুজাতাক। তাই আৰু দুখ কৰিব নালাগে কোনো দিনেই। সুজিতৰো কোনো আহুকাল নহয় নিজকে ঢাকি ৰাখিবলৈ। এইবোৰ ভাবি ভাবিয়েই অৱশভাৱে লিপিকা বিছনাত শুই পৰিল।

# সজাৰপৰা মুক্ত হোৱা মই এটি বিহঙ্গ

পৰাণৰ বিয়াৰ চিঠিখন পঢ়ি মই হতবাক হৈ গৈছিলো। এণ্ড্ৰিলাই মোৰ বেদনাত সমবেদনা জনাইছিল, অপৰূপাই এতিয়া কি কৰিব লাগিব ধৰণৰ ভাব এটা লৈ বৈ আছিল, আৰু অঙ্কিতাই খঙত জলি-পকি উঠি, কোঠাটোৰ ইমূৰৰপৰা সিমূৰলৈ অহা-যোৱা কৰি, হাউছ-ক'টটোৰ পকেট দুটাত হাত দুখন সুমুৱাই কৈছিল, "মই ঠিকেই জানিছিলো, ৰাস্কেলটোৱে এনেকুৱা কিবা এটা কৰিব বুলি। মই আগতে কিমান ক'লো। নাই……মোৰ কথা কিয় শুনিবি!"

পৰাণৰ বিয়াৰ কথা ঘুনুক-ঘানাককৈ মই আগতেই শুনিছিলো। মামাৰ ছোৱালী এণ্ড্ৰিলা আৰু অঙ্কিতা আৰু মাহীৰ ছোৱালী অপৰূপাই বাহিৰত যি কথা শুনে, ঘৰলৈ ঘূৰি আহি মোক কয়হি। সিহঁতে কয়, মই শুনি যাওঁ। সিহঁতৰ এই উক্তিবোৰ, এই অভিযোগবোৰৰ উত্তৰত মই একো ক'ব পৰা নাই, কাৰণ পৰাণৰ বিয়াৰ কথা, শুনি মই কেৱল আশাহতই হোৱা নাই, বৰঞ্চ অপমানিত বোধ কৰিছো। যেন মোৰ এক গোপনীয় পাপ আকস্মিকভাৱে প্ৰকাশ হৈ গ'ল। চকুত চকু ৰাখি কথা ক'বলৈ মই ভয় কৰা হৈছো। মই জানো, মোৰ মনৰ কথা সকলোৱেই গম পাইছে।

ঘৰত কোনেও গম নোপোৱাকৈ আমি বহুত দূৰ আগ বাঢ়িছিলো। গৈ থাকোঁতে এ[illegible] বৈ যাব লাগিব, মই ভবা নাছিলো। মই যেতিয়া বিশ্ববিদ্যালয়ত এম্. এ. পঢ়ি থাকোঁ, পৰাণ তেতিয়া ইঞ্জিনিয়াৰিং কলেজৰ ফিফ্থ ইয়েৰৰ ছাত্ৰ। তেতিয়া মোৰ চিনাকি হয় পৰাণৰ লগত, আৰু ক্ৰমান্বয়ে এই চিনাকি গাঢ় হৈ উঠে। ঘৰত নানা ধৰণৰ ফাঁকি দি আমি ফুৰিবলৈ যাওঁ। এদিন এনেদৰে ফুৰিবলৈ যাওঁতে হঠাৎ দেখা হৈ গ'ল মোৰ সৰু মাহীজনীৰ লগত। আমি



নেদেখাৰ ভাও জুৰিছিলো। সেইদিনা ইউনিভাৰ্ছিটিৰপৰা ঘূৰি আহি দেখোঁ মাহী বহি আছে। মই ঘৰ সোমোৱাৰ লগে লগে অৰ্থপূৰ্ণ দৃষ্টিৰে সকলোৱে মোলৈ চাইছিল। মুখ-হাত ধুই, কাপোৰ-কানি সলাই লৈ মাহীৰ ওচৰত বহাৰ লগে লগে তেওঁ মোক সুধিছিল, "ক'চোন বুবি, তই কেনেকুৱা ল'ৰা পছন্দ কৰ?"

মই ক'লো, "মোৰ এতিয়া বিয়া নহয়।"

"আহ, তোকতো মই আজিয়েই বিয়া হ'বলৈ কোৱা নাই। খবৰ-খাতি লোৱাত দোষ কি? ক'চোন তোক কেনেকুৱা দৰা লাগে?"

এইদৰে মাজে মাজে মোৰ বিয়াৰ কথা ওলায় আৰু মই সদায়ে ওলোটা-ওভোতা উত্তৰ দিওঁ। ইতিমধ্যে ইঞ্জিনিয়াৰিং পাছ কৰি চাকৰি বিচাৰি ফুৰিছে পৰাণে। কেইবাটাও ইণ্টাৰভিউ দিও ভাল ফল পোৱা নাই। উপায় নেপাই এদিন মই লৈ গ'লো দেউতাৰ বন্ধু কাপুৰ আঙ্কেলৰ ওচৰলৈ। ঘৰলৈ গ'লে আমাৰ ঘৰত গম পাব বুলি মই অফিচৰ সময়তে গ'লো। চিনাকি কৰি দি, প্ৰথমতে কথাটো ক'বলৈ সঙ্কোচ কৰি পিছলৈ ক'লোগৈ। পৰাণে অতি সহজে চাকৰি পাই যাব বুলি তেওঁ ক'লে। আহিবৰ সময়ত মই লাজ-কাজ কাটি কৰি দেউতাহঁতক কথাটো নক'বলৈ অনুৰোধ কৰিলো। তেওঁ হাঁহিছিল, মূৰ দুপিয়াই।

আৰু তাৰ পিছত, ঘৰ-দুৱাৰ, গাড়ীৰে পৰাণ হৈ পৰিল এজন ডাঙৰ ইঞ্জিনিয়াৰ। বিলাসিতা আৰু পশ্চিমীয়া ঢঙেৰে ভৰি পৰিল জীৱন। পৰাণৰ এই পৰিৱৰ্তন মোৰ অকণো ভাল লগা নাছিল। ভাল পোৱাৰ নামতে বিসৰ্জন দিছিলো মোৰ ভাল নলগাখিনিক।

মোৰ দিহা-পৰামৰ্শমতে পৰাণে ঘৰটো ধুনীয়াকৈ সজাই পেলাইছিল। প্ৰথমতে দুদিনমান বেছ্ ঘনায়ে গৈছিলো. কিন্তু এদিন গৈ দেখিছিলো পৰাণে ফোনত কাবোবাৰ লগত কথা পাতি আছে। মই যোৱাৰ লগে লগে ৰিছিভাৰটো থৈ দিছিল, অলপ যেন অস্বস্তি বোধ

কৰিছিল, অলপ যেন বিৰক্তি পাইছিল। পৰাণৰ মুখৰপৰা এক উৎকট গোন্ধ আহি মোৰ নাকত লাগিছিল। পৰাণে তেনেহ'লে মদ খাইছে? মুখখনলৈ চাইছিলো—চুলিবোৰ খেলিমেলি, চকুযোৰ ৰঙা। খং, ভয় আৰু অভিমানত মোৰ সৰ্বাংগ কঁপি উঠিছিল। মোৰ বাহুৰ ওপৰত থোৱা পৰাণৰ হাতখন মই এছাবি দিছিলোঁ। মোৰ হাতখন আকৌ সজোৰে ধৰি কৈছিল পৰাণে, "মোক ক্ষমা কৰাঁ বুবি। তোমাৰ উৎসাহ, তোমাৰ অবিহণা নোপোৱা হ'লে মোৰ একোৱেই নহ'ল-হেঁতেন। তুমি সকলো সময়তে মোৰ লগত থাকিব লাগিব। তোমাক এৰি মই এক মুহূৰ্তও থাকিব নোৱাৰোঁ।"

মই একো ক'ব নোৱাৰিলো। বুজিলো এয়াই মানুহৰ অধোগতিৰ প্ৰথম লক্ষণ। তথাপি মোৰ খংখিনি, মোৰ অভিমানখিনি বাষ্প হৈ কেনিবা উৰি গ'ল। এনে আকস্মিকভাৱে ঘটা ঘটনা মোৰ জীৱনত এয়াই প্ৰথম। আৰু চাবি দিয়া এটা পুতলাৰ দৰে মই পৰাণৰ চুলিৰ মাজত আঙুলি বুলাই বহুত বুজাইছিলো।

সেইদিনা ঘৰলৈ সোমাই যাব খুজিও মই ৰৈ গলো। বাহিৰৰ-পৰাই মই মা দেউতাহঁতৰ কথা শুনিলো, মায়ে কৈছিল, "ছোৱালীজনী তেনেই নষ্ট হ'ল। আজি আপুনি কিবা এটা সিদ্ধান্ত কৰিব লাগিব। মই আৰু……।"

সেয়া দেউতাৰ মাত: "এঃ, ৰ'বাঁচোন। গণ্ডগোলখন লগালেনো হ'ব কি? কাৰ লগত গৈছে জানো যেতিয়া, ইমান চিন্তা কৰাৰ কি প্ৰয়োজন আছে? তাতে তাই কেনেকুৱা ছোৱালী তুমি জানাই দেখোন। যিটো [illegible] কৰিবলৈ মানা কৰিবা, সেইটোহে বেছিকৈ কৰিব। তাতে তাইতো বুজা ছোৱালী।"

মাৰ মাত, "তাইৰ কথা বাৰু বাদ দিয়ক আপুনি। লোকৰ ছোৱালী তিনিজনীতো আছে। তাইৰ চলন-ফুৰণ দেখি, সিহঁতেও যদি এইদৰে ঘূৰিবলৈ লয়, আপুনিনো কাক বাধা দিব?"

অজানিতে মোৰ চকুৰপৰা দুটোপাল অশ্ৰু সৰি পৰিছিল। জোতা-



যোৰেৰে খোজ কঢ়া শব্দ কৰি মই সোমাই যোৱাৰ লগে লগে মাহঁতে মূৰ তুলি চাইছিল আৰু দেউতাই সুধিছিল, "মা, বহুত ৰাতি হ'ল দেখোন। কেনি গৈছিলানো?"

দেউতাৰ প্ৰশ্নটো প্ৰশ্নতকৈ উত্তৰ যেনহে লাগিছিল।

"নহয়……মানে, চিনেমা এখন চালো, ৰুবিহঁতৰ লগত!"

পিছদিনা ৰুবিক চিনেমা চোৱাৰ কথা সতৰ্ক কৰি দিয়াৰ কথা ভাবিছিলো। মই জানো দেউতাই ৰুবিক নোসোধে, কিন্তু, মাৰতো ঠিক নাই। কথাটো মিছা বুলি প্ৰমাণ কৰিব পাৰিলে, কান্দি-কাটি হুলস্থূল এখন লগাব।

দেউতাই বুজিও নুবুজাৰ ভাও ধৰি কৈছিল, "ৰাতি এইদৰে কেনিবা গ'লে, এন্দ্ৰিলাহঁতৰ কোনোবা এজনীকে লৈ যাব লাগে। নহ'লে ময়ে বা মাৰেই যাব পাৰিলোহেঁতেন। চিনেমা এখন চাব পাৰিলে আমাৰো ভাল লাগে।"

মই একো নকৈ ভিতৰলৈ সোমাই আহিলো। এই ঘটনাৰ পিছত পৰাণৰ লগত মোৰ কেইবাদিনো দেখা হৈছে। মোৰ কথামতে ভনীয়েক পূৰ্ণিমাকো নিজৰ লগলৈ আনি, স্থানীয় স্কুলখনত ভৰ্তি কৰি দিলে। ইতিমধ্যে ময়ো কলেজ এখনত সোমাই পৰিলো। পৰাণে মোক মাজে মাজে ফোন কৰে, অ'লৈ ত'লৈ যাবলৈ লগ ধৰে। কেতিয়াবা যাওঁ, কেতিয়াবা যোৱা হৈ নুঠেগৈ। মাজে মাজে কাপুৰ আন্টি আহিলে মোক পৰাণৰ কথা সোধে। শুনিলো আজি-কালি পৰাণ ক্লাবলৈ নিয়মিতভাৱে যায়, ড্ৰিঙ্ক কৰে, নাচে, নহ'লে বছৰ জীয়েকক গাড়ীত লৈ কেনিবা ফুৰিবলৈ যায়। [illegible]দিন কোনো নথকাৰ সুযোগ বুজি আন্টিয়ে মোক সুধিছিল, "বুবি, পৰাণে বিয়াৰ কথা কিবা উলিয়ায়নে?"

মই ক'লো, "বৰ্তমান এই বিষয়ে একো ওলোৱা নাই।"

আন্টিয়ে কৈছিল, "শুনা, বিয়াখন সোনকালে পাতি পেলোৱাঁ। নহ'লে যি দেখিছোঁ বেছি দিন এইদৰে বান্ধি থ'ব পৰা নেযাব।"

মই ক'লো, "কিন্তু আন্টি, জোৰকৈ বান্ধি ৰখাটো জানো মোৰ উচিত হ'ব ?"

আৰু এদিন গ'লো পবাণৰ তালৈ। পবাণ ঘৰতে আছিল। মোক দেখি তেওঁ অস্বস্তিবোধ কৰিছিল। মই ক'লো "মোলৈ তুমি বহুত দিন ফোন কৰা নাই।"

"ও, সময়েই নাই, জানা। অফিচত কামৰ হেঁচা !"

মই বুজিছো হেঁচা কিহৰ। ময়ে সুবিধা কৰি দিয়া চাকৰিটোৰ কামৰ হেঁচা কিমান মই জানো। কাপুৰ আন্টিয়ে মোক সকলো খবৰ দি থাকে।

সেইদিনা ভালদৰে কথা কোৱা নহ'ল। পবাণ যেন খুব অন্যমনস্ক। তেওঁৰ উদাসীনতাই মোক আহত কৰিছিল। পবাণৰ কথা-বতৰা চাল-চলন যেন খুব নিষ্প্ৰাণ, খুব যন্ত্ৰচালিতৰ দৰে। মই অলপ সময় বহাৰ পিছত, তেওঁ ভিতৰলৈ উঠি গৈ, সাজ-পোছাক পিন্ধি আহি মোক কৈছিল, "তুমি অকণমান পূৰ্ণিমাৰ লগত কথা পাতাঁ। মই এফালে যাব লাগে।"

নিতান্ত অভদ্ৰতাখিনি দেখুৱাব নোৱাৰি মই অলপ সময় বহিছিলো। ড্ৰইং ৰুমৰ ছেণ্টাৰ টেবুলখনৰপৰা কিতাপ এখন দাঙি আনোতে, তাৰ ভিতৰৰপৰা এসোপামান ফটো সৰি পৰিছিল। এখন চায়ে মোৰ মূৰ ঘূৰাই গৈছিল। প্ৰত্যেকখন ফটোতে পবাণ এজনী চুটি চুলিৰ, পেণ্টচ পিন্ধা ছোৱালীৰ লগত। ফটোবোৰ তাতেই থৈ, চাহ [illegible]লৈ যোৱা পূৰ্ণিমাক মাত লগাই, মই গুচি আহিছিলো। সেয়ে শেষ দেখা মোৰ পবাণৰ লগত।

তেতিয়াৰপৰাই মোৰ মনত আৰম্ভ হ'ল এক ধুমুহা। সৰু সৰু টুকুৰা টুকুৰা ঘটনা। মাজে মাজে বৰ দুখ লাগে। মাজে মাজে অসংলগ্ন নানা স্মৃতি মনে মনে অনুচ্চ কণ্ঠত উচ্চাৰণ কৰি মই কান্দি পেলাওঁ। মোৰেই চকুৰ আগত, মোৰেই অন্তৰখন ক্ষত-বিক্ষত কৰি,



অন্য এজনী ছোৱালীক আপোন কৰি ল'বলৈ তেওঁ কিয় দ্বিধা বোধ নকৰিলে !

ক'ব নোৱৰাকৈয়ে পবাণৰ ফোন নাম্বাৰটো ডায়েল কৰিছো। শুনিলো তাৰৰ সিমূৰত পবাণৰ মাত, "হেল্লো।"

"পবাণনেকি ? তোমাৰ বিয়াৰ চিঠিখন পালোঁ। উইছ্ ইউ অল্ ডি বেষ্ট ! অনলি ছি ডেট ইয়ৰ ৱল্ড্ ডজ্ নট্ ক্ৰেক্।"

"বুবি, তুমি তেনেকৈ...... ।"

মই একো নকৈ ৰিছিভাৰটো থৈ দিছিলো। আৰু নোপোৱাৰ বেদনাখিনিয়ে মোক বাৰে বাৰে কৈছিল, "সকলো পায়ো তুমি এদিন সকলো হেৰুৱাবা।" এই ভাব মনলৈ অনাটো মোৰ উচিত হোৱা নাছিল যদিও, ভাববোৰে মোৰ চেতনাখিনিৰ বাধা নেমানি বাৰে বাৰে মনটোক আমনি কৰিছিল।

# তাচপাতৰ ঘৰ

ৰুনা হস্পিটালত থকাৰ প্ৰায় এবছৰেই হ'ল, আজি ঘূৰি অহাৰ কথা। এই এটা বছৰৰ ভিতৰতে অৰুণৰ জীৱনলৈওতো কম পৰিৱৰ্তন অহা নাই!

ৰুনাক ভাল পাই বিয়া কৰাইছিল অৰুণে, বিয়া কৰাই ভাল পোৱা নাছিল। তাক বিয়া কৰাই অৰুণে ভালেই নে ভুলেই কৰিছিল, সেই বিষয়ে মুখ ফুটাই ৰুনাই অৰুণক কোনো দিনেই কোৱা নাছিল। ৰুনাই তাইৰ মনৰ মান-অভিমান, ৰাগ-অনুৰাগ, আনন্দ-আন্ধাৰ একোকেই তাক বিয়াৰ পিছৰপৰা বুজিবলৈ দিয়া নাছিল। ঠিক যেন কোনো অনুভূতি নোহোৱা এটা যন্ত্ৰহে। ৰুনাই অৰুণক বিয়া কৰোৱাটো ৰুণাহঁতৰ ঘৰৰ মানুহবোৰে বিচৰা নাছিল। ঘৰৰপৰা লুকাই চুৰ কৰি লগ ধৰিছিল ৰুনাই অৰুণক। কেতিয়াবা অৰুণে তাইক কয়, মই জানো ৰুনা, তুমি মোৰ ওচৰলৈ কিয় আহিব নোৱাৰা!"

ৰুনাৰ চকুত কৰুণ চাৱনি। "কিয়, কিহৰ কাৰণে?

অৰুণে কৈছিল, "কাৰণ তোমাক সুখত ৰাখিব পৰাকৈ মোৰ টকা নাই।......তুমি গুচি আহা, ৰুনা। মোৰ সাধাৰণ সামৰ্থ্যেৰে মই যিমান পাৰোঁ তোমাক সুখী কৰিম।"

উত্তৰত ৰুনাই একো নকয়। ঘৰলৈ ঘূৰি আহি ৰুনাই কিমান কথা শুনিব লাগিব অৰুণে নজনা নহয়। কিন্তু এই কথা, এই দুখ মনতে সামৰি থ'ব লাগিব অৰুণে নজনা নহয়। কিন্তু এই কথা এই দুখ সকলোখিনি ৰুনাই অৰুণক নকয়।

এখন হোটেলৰ কেয়াৰটেকাৰৰ চাকৰি কৰে অৰুণে। অৰুণে জানে ৰুনা আলাসত উঠা ছোৱালী, অকণমান বৰষুণত তিতিলেই



জ্বৰ উঠে; অকণমান কষ্ট কৰিলেই এমাহ ভুগিব লগীয়া হয়। তথাপি সি খং কৰে তাইক।

"শুনা ৰুনা। তোমাকতো মোৰ লগত বিয়া নিদিয়েই। তোমাক কইনাৰ বেশত চাবলৈ মোৰ বৰ মন আছিল।......তোমাৰ বিয়াৰ দিনা মই বহুত মদ খাম। কোৱাঁচোন, তোমাক কি লাগিব? ধাৰ-ঋণ কৰি হ'লেও তোমাক যি লাগে তাকেই দিম।—তেতিয়াৰপৰা মোক আৰু তুমি নেদেখিবা, মই কেনিবা গুচি যাম।"

এইবোৰ কওঁতে অৰুণৰ চকুলৈ পানী আহিছিল।

"ৰ'বাঁ......এতিয়ালৈকেতো মোৰ বিয়া হোৱা নাই, তুমি মিছাকৈয়ে চকু-পানীবোৰ উলিয়াইছা! মোক বিয়া কৰাই যদি তোমাৰ মদ খাব লগীয়া হয়......সেইটোহে আটাইতকৈ দুখৰ কথা হ'ব।"

অৰুণে জানে তাৰ কাৰণে ৰুনাই কেইবাটাও বিয়াৰ প্ৰস্তাব ওফৰাই পেলাইছে, কিন্তু সি এইটোও জানে যে মহকুমাধিপতিৰ কন্যা ৰুনা চলিহাৰ তাৰ ওচৰলৈ গুচি অহাৰ সাহসকণ নাই।

"ৰুনা, তুমিতো মোৰ একো ভাল কৰিব নোৱাৰিলা। যি কৰিলা, বেয়াই কৰিলা।......জানা, আজি-কালি মই কিমান মদ খাওঁ?"

"ভাল কথা, তোমালোক......ল'ৰাবোৰহে ভাল। মনৰ দুখত মদ খাব পাৰা, চিগাৰেট উৰাব পাৰা, ডাড়ি ৰাখিব পাৰা, ছোৱালী লৈ ঘূৰিব পাৰা,......আৰু কিমান কি কৰিব পাৰা।......সঁচা কথা, তোমাৰ ভাল মই কৰিব পৰা নাই। তোমাক প্ৰাইভেটকৈয়ে পৰীক্ষাটো দিবলৈ মই কিমান ক'লো, তুমি জ[illegible] শুনিলা?...... মইতো নোট্‌ছ পৰ্যন্ত লিখি দিছিলো। সকলো দোষ মোকেই দিবলৈ নিবিচাৰিবাঁচোন।"

অলপ ৰৈ আকৌ কৈছিল ৰুনাই, "মই তোমাৰ লগত বিয়া নহ'লে বুলি তুমি তোমাক ইমান কষ্ট কৰি ডাঙৰ-দীঘল কৰা মাক পাহৰি কেনিবা গুচি যাবা, মদ খাই জীৱনটো ধ্বংস কৰিবা।

সুন্দৰ! আৰু এইবোৰ তুমি কৰিছা মাত্ৰ চাৰি বছৰৰ আগতে লগ পোৱা......মোৰ কাৰণে!"

ৰুনালৈ একেথৰে চাই হাঁহি থকা অৰুণে কৈছিল, "ৰুনা, শুনা। বি প্ৰেক্‌টিকেল। তুমিতো শিক্ষিতা ছোৱালী। মোৰ ওচৰলৈ আহি খাবলৈ নেপাই মৰা বুলি ভয় কৰা নাইতো?"

তাৰ পিছত হঠাৎ অৰুণক অবাক কৰি ৰুনা গুচি আহিছিল তাৰ ওচৰলৈ। কিন্তু ৰুনাক বিয়া কৰাই সিমান সুখী হ'ব পৰা নাছিল অৰুণ। বিয়াৰ আগতে মাকৰ ঘৰত একো কাম কৰিব লগীয়া নোহোৱা ৰুনাই বহুত কাম কৰিব পৰা হ'ল। বিয়াৰ এবছৰৰ পিছতে জন্ম হ'ল অঙ্কুৰৰ। অঙ্কুৰৰ জন্মলৈকে অৰুণে চেষ্টা কৰিছিল ৰুনাক সুখী কৰিবলৈ। ৰুনা গুচি আহিলে মদ নেখাবলৈ প্ৰতিশ্ৰুতি দিও সদায়ে কামৰপৰা মদ খাই ঘূৰিছিল অৰুণ। কেইবাদিনো হাতে হাতে তাক ধৰাও পেলাইছিল। ৰুনাই কয়, "মদ খোৱাটো অভ্যাসত পৰিণত হ'ল, সঁচা। কিন্তু দয়া কৰি তুমি আন মানুহক এইবোৰ কথা জানিবলৈ নিদিবাঁচোন!......মই নিবিচাৰোঁ, আনে জানক আমি সুখী নহয়, মই তোমাক সুখী কৰিব পৰা নাই, বা তুমি মোক সুখী কৰিব পৰা নাই।"

"সঁচা ৰুনা...... মোৰ নিচিনা মানুহ এটাক তুমি বিয়া কৰাই কিয় ভুল কৰিলা?"

"এই কিয়বোৰৰ উত্তৰ দিবৰ আহৰি মোৰ নাই। তোমাক বিয়া কৰালো।...সেইটোৰেই মোৰ কাৰণে সঁচা কথা। ভুল হ'লেও, সেই ভুলকে ভাল বুলি ল'বলৈ মোক জীৱনে শিকাইছে; ময়ো শিকিছো।"

যক্ষ্মা ৰোগত এতিয়া ৰুনা, হস্পিটালৰপৰা ঘূৰি নহাটোকে বাঞ্ছা কৰিছিল অৰুণে। হস্পিটালত যোৱাৰ আগ নিশাৰ কথা



এতিয়াও মনত পৰে তাৰ। সেই ৰাতিপুৱাই অৰুণক কৈছিল ৰুনাই, "আজি তুমি বজাৰখন কৰি দিব পাৰিবা।......মোৰ গাটোও ভাল লগা নাই।"

"কিয়, আজি বজাৰ নহলে নহ'ব?"

"আমাৰ কাৰণে হ'ব। কিন্তু অঙ্কুৰৰ কাৰণে......সিতো যিহকে-তিহকে নেখায়। তোমাৰ কিবা অসুবিধা হ'ব যাবলৈ?"

"নহয়, মানে...... । এই হিছাপখিনি আজিয়েই কৰি পেলাব লাগে। জানাইতো ইয়েৰ-এণ্ডিং!"

সেইদিনা বেছ এজাক কিন্‌কিনীয়া বৰষুণ দিছিল। বৰষুণতে কাহি কাহি হাতত ছাতি এটা লৈ ৰুনা ওলাই গৈছিল বজাৰলৈ। কেইদিনমানৰ আগৰপৰা ৰুনাক্ এই কাহটোৱে বৰকৈ আমনি কৰি আছে। চেহেৰাটোও বৰ বেয়া হৈছে।

বজাৰৰপৰা ঘূৰি আহি কাহি কাহি ভাগৰি পৰিছিল ৰুনা। অঙ্কুৰেও গধূলিতে টোপনিয়াই, শুবলৈ তত্‌ নাইকিয়া কৰিছিল। ৰুনাৰ অসুবিধা হয় বুলিতো কোনো দিনেই ল'ৰাটোক অকণমান ফুৰাবলৈও উলিয়াই নিনিয়ে অৰুণে।

সেইদিনা গধূলি ৰুনাৰ বেছ জ্বৰ। আবেলিতে কেনিবা ওলাই গৈছিল অৰুণ। ঘূৰি আহিছিল নিশা এঘাৰ বজাত। অঙ্কুৰ ইতিমধ্যে শুই পৰিছে। অৰুণক ভাত বাঢ়ি দিবলৈ উঠোঁতে ৰুনাৰ কাহৰ লগত ওলাই আহিছিল কিছুমান তেজৰ চেকুৰা। জেপৰপৰা ৰুমাল এখন উলিয়াই ৰুনাৰ মুখখন মচি দিছিল অৰুণে!

ৰুমালখন উলিয়াই আনোতে অৰুণৰ তেজৰ[illegible]া সৰি পৰিল দুটা টিকেটৰ অৰশিষ্ট টুকুৰা। ৰুনাই মাটিত পৰা কাগজ টুটুকুৰালৈ চাই, অৰুণৰ চকুলৈ চাই চাৰনি আঁতৰাই আনিছিল।

সেঁহাই সেঁহাই কৈছিল ৰুনাই......"যোৱাঁ, ভাতকেইটা খাই লোৱাঁগৈ। অঙ্কুৰক আজি তোমাৰ লগতে দিছো শুবলৈ, সোনকালে যোৱাঁ, সি সাৰ পালে ভয় খাব।"

"থাম ৰ'বাঁ, ইমান ব্যস্ত নহ'বাঁচোন। চাওঁ তুমি এতিয়া শুই দিয়াঁ......।" অৰুণে দুহাতেৰে ৰুনাৰ মূৰটো ধৰি শুৱাই দিছিল। বেৰৰ ফালে মুখ কৰি শুই পৰিছিল ৰুনা।

অলপ সময় তাইৰ ওচৰতে বহি থাকি অৰুণ উঠি গৈছিল। ৰুনাৰ কথা ভাবিবলৈ আহৰি নাছিল তাৰ। দীপালীৰ লগত কটোৱা সন্ধিয়াটোৰ আমেজ তেতিয়াও তাৰ মনৰপৰা আঁতৰি যোৱা নাই। ৰুনা হস্পিটালত থাকোঁতেই, এদিন অৰুণক কৈছিল, "শুনা,...... অঙ্কুৰৰ চাগৈ পঢ়া-শুনা একেবাৰেই হোৱা নাই। মাষ্টৰ এজন ৰাখিবলৈ তোমাৰ অসুবিধা হ'ব ?"

"ও,......, মই তোমাক ক'ম বুলিয়েই ভাবি আছিলো। ভালেই হ'ল মনত পেলাই দিলা।......আমাৰ তাতে কাম কৰা ছোৱালী এজনী আছে। দুখীয়া মানুহৰ ছোৱালী। যোৱা কালি তাই আহিছে।"

আৰেলি ৰুনাক চাবলৈ গৈছিল অৰুণ। উৎফুল্ল মনেৰে তাই তাক কৈছিল তাইৰ আৰোগ্য হোৱাৰ কথা। ডাক্তৰে হেনো কৈছে, দুদিনমান আৰু থাকি গ'লে ভাল হয়।

কিন্তু ঘৰলৈ ঘূৰি আহিবলৈ ৰুনা অধীৰ।

"শুনা।"

"কোৱাঁ......কি ক'বা ! তুমি যোৱাটো ঠিক হ'ব জানো ? দুদিনমান থাকি গ'লে কি হ'বনো ?"

"কিয়, মই যাম কাৰণে তুমি বেয়া পাইছা ?"

"ওহো......, বেয়া পাম কিয় ?"

"মই জানো তুমি ভয় কৰিছা, তুমি ভয় কৰিব নেলাগে। মই তোমাৰ লগত, অঙ্কুৰৰ লগত লেটি-পেটি নকৰোঁ। মই মোৰ কোঠাতে থাকিম। কাম কৰা ল'ৰাটোক কাম কৰিবলৈ ক'বলৈকেতো ঘৰখনত এজনী মানুহৰ প্ৰয়োজন।"

অৰুণে একো নক'লে। কাৰণ, সি জানে এই প্ৰয়োজনখিনি



দীপালীয়ে ইমান দিনে পূৰাই আহিছে, কিন্তু ৰুনাক সি কয় কি বুলি ? তাৰ ওপৰতে ভৰসা কৰি ঘৰ, ঘৰৰ সকলোকে নেওচি তাই গুচি আহিছিল। ইফালে দীপালীকোতো সি কম আশ্বাস দিয়া নাই।

গাঁৱৰ ছোৱালী দীপালী, সিহঁতৰ হোটেলৰ মিউজিক-প্লেয়াৰ। এই কেইদিনতে ছোৱালীজনী বেছ স্মাৰ্ট হৈ গ'ল। স্মাৰ্ট হ'লেতো উন্নতিৰ জখলাত বগাবলৈ বেছি টান নহয়। প্ৰথমে ছোৱালীজনীক দেখি হাঁহি উঠিছিল অৰুণৰ। প্ৰত্যেকটো কথাতে অকণমান বেছি বেছি দেখুৱাবলৈ যায়। কিন্তু এই একেজনী ছোৱালীয়ে তাক এদিন এনেকৈ আকৰ্ষিত কৰিব পাৰিব বুলি সি ভবা নাছিল। অঙ্কুৰক পঢ়ুৱাবলৈ অহাৰ পিছৰপৰা সিহঁতৰ সম্বন্ধ আৰু গাঢ় হৈ উঠিল। দীপালীৰ প্ৰেমৰ জোৱাৰে তাক মাতাল কৰি তুলিলে।

বহুত দিনৰ আগৰ কথা এটা মনত পৰি অৰুণৰ হাঁহি উঠিছিল। সিহঁতৰ বিয়াৰ আগৰ কথা। তেতিয়া সিহঁতৰ হোটেলৰ বিছেপ্‌ছনত কাম কৰিছিল আন এজনী ছোৱালীয়ে। ৰুনাই তাক কেতিয়াবা ধেমালি কৰি কয়, "এই শুনা......তুমি আকৌ মোক পোৱাৰ অসুবিধাবোৰৰ কাৰণে তাইক ভাল নেপাবা আকৌ !"

অৰুণৰ খং উঠিছিল। "তুমিযে এইবোৰ কি কোৱা ? ইমান সঙ্কীৰ্ণ মনৰ নহ'বাঁচোন।"

ৰুনাই হাঁহি হাঁহি কৈ গৈছিল, "নহয়হে, অথনি আইতাই কোৱা এআষাৰ কথা মনত পৰিছে। আইতাই জানো কাৰ কথা কৈ আছিল ! মই আকৌ মাজতে ফকৰাটোহে শুনিছোগৈ,—পুৰুষ বুলিলে ভোমোৰা-জাতি, তিতা বাহকতো খপে দাঁতি। মোৰ হাঁহিও উঠিছিল, তোমাৰ কথা মনত পৰি ভয়ো লাগিছিল।"

"তুমি কি ছোৱালী ! মই কেনেকৈ তোমাক বিশ্বাস কৰোৱাম ৰুনা ?"

"মই তোমাক অবিশ্বাস কৰা নাই। ভাবিলো কেয়াৰ-টেকাৰ মানুহ, কিজানি মানুহবোৰৰো কেয়াৰ ল'ব লাগে !"

অৰুণে কথাবোৰ ভাবি থাকোঁতে ওচৰতে চাবি দিয়া পুতলাজনীক লৈ খেলি আছিল অঙ্কুৰ। "দেউতা, জানা মাই এদিন মোক কি কৈছিল?"

"কি কৈছিল?" অৰুণৰ মাতত কোনো মৰম নাই, কোনো অনুকম্পা নাই, কোনো অনুভূতি নাই।

"মাই মই পুতলাজনী লৈ খেলিলে ভাল নেপায়। কয়, ল'ৰাই পুতলা নেখেলে বোলে!……আৰু জানা কি কয়?……কয় মোৰ এই পুতলাজনী নাচি নাচি অন্তৰখন ভাগি গ'লেওতো নাচি থাকিব লাগিব। ঠিক মাৰ দৰেই বোলে!"

অঙ্কুৰৰ অবোধ চাৱনিটোলৈ চাইছিল অৰুণে।

সি কৈছিল, "মা কেতিয়া আহিব, দেউতা?"

"ব'বাঁ মই মাক লৈ আহোঁগৈ। দীপা মাহী আহিলে তুমি বহিবলৈ ক'বাঁ।" অৰুণ উঠি গৈছিল; উঠি যাওঁতে ভাবিছিল ৰুনা যেন চিৰদিন হস্পিটালৰপৰা ঘূৰি নাহক। ঘূৰি আহি তাৰ জীৱনৰ স্থৰিৰতা, তাৰ জীৱনলৈ ঘূৰি অহা স্থিৰতাখিনি মষিমুৰ কৰি নেপেলাওক। অঙ্কুৰলৈ অৰুণে চাইছিল। ড্ৰইং-ৰুমৰ বুক-শ্বেলফ্‌ৰ ওপৰত থকা ৰুনাৰ ফটোখনলৈ একেথৰে চাই আছে সি।



# অনন্যা

খিৰিকীয়েদি এবাৰ আলিটোলৈ চাই পঠালে মণীশে। সৰু গলিটোৰ ৰূপ আনদিনাৰ দৰেই। অন্যমনস্কভাৱে মানুহ এজন গৈ আছে। এখন ৰিক্সা আৰু এখন অটোৰিক্সা মুখামুখি হৈ পৰিছে। চাব লগীয়া বিশেষ একো নাই। কিন্তু ইমান অপলক দৃষ্টিৰে কি চাইছে বৰ্ণালীয়ে? জোতা-মোজা পিন্ধি হাতত বহি-কলম লৈ ড্ৰয়াৰটোত কিবা বিচৰা যেন কৰি, বৰ্ণালীৰ খুব কাষলৈ গৈ মণীশে কৈছিল,—

"সৰু বা, টকা পাঁচটা দিবা? মই তোমাক পিছত দি দিম।"

খিৰিকীৰ কাষৰপৰা আঁতৰি মুখেৰে একো নেমাতি, আলমাৰি খুলি দহটকীয়া নোট এখন মণীশৰ ফালে আগ বঢ়াই দিছিল বৰ্ণালীয়ে।

"নাই,……নাই।……মোক মাত্ৰ পাঁচ টকাহে লাগে।"

"খুচুৰা টকা নাই মোৰ হাতত।"

"বাৰু, বাকী টকা পাঁচটা মই তোমাক পিছত দি দিম। খং কৰিছানেকি সৰু বা?"

বৰ্ণালীৰ মুখলৈ চাই হাঁহিব খুজিছিল মণীশে। কিন্তু বৰ্ণালীৰ চকুযোৰ ৰঙা পৰি আছে, সামান্য উখহিছেও। বহুত সময় যেন কান্দি আছিল। এতিয়া কিন্তু চকু-পানী নাই। কিবা ভাবিব খুজিও একো ভাবি উলিয়াব নোৱাৰিলে মণীশে। নোটখন জেপত সুমুৱাই তাৰ হঠাৎ মনত পৰিল যে চিগাৰেটৰ পেকেটটো বাথৰুমত এৰি থৈ আহিছে। বেগাবেগিকৈ ভিতৰলৈ সোমাই গ'ল সি। চিগাৰেটৰ পেকেটটো লৈ পাকঘৰলৈ গৈ সি মাকক ক'লে, "মা, ভাত দিয়া বেগেতে, মোৰ দেৰি হৈছে।"

ভাত খাই থাকোঁতে তাৰ মনত পৰিল বায়েকৰ ৰঙা চকুযোৰৰ

কথা। মাকে তেতিয়া কাটি থোৱা মাছৰ টুকুৰাবোৰ লেখ কৰি আছে।

"মা, সৰু বা অফিচলৈ নাযায় ?"

"কেনেকৈ জানো ? তোক ভাত লাগেনেকি ?"

"ওহো, নালাগে।······বাৰু, সৰু বাই কিয় কান্দি আছে ? কি হৈছে ?"

মাকে একো কোৱা নাছিল যদিও মণীশে বুজিছিল বৰ্ণালীয়ে কন্দা কথা মাকে জানে আৰু তেওঁ বৰ বেজাৰ পাইছে !

"কিয় মা, তুমি সৰু বাক কিবা ক'লানেকি ? দিনে দিনে বেচেৰী······।"

"তই আজিও হ'বপায় তাইৰপৰা টকা লৈছ ?"

"সৰু বায়ে নিজে দিছে। সুধিব পাৰা, সকলো বায়েকেতো দিয়ে সৰু ভায়েকক।"

"যা······যা, বেছি কথা নক'বি। ঘৰখনত কি হৈছে, কি নহৈছে, তই জানো কেতিয়াবা খবৰ লৱ ? এই ওলাইছ, আকৌ পাঁচ বজাত সোমাই কোনোমতে চাহখিনি খাই ওলাই গৈ ৰাতি দহ বজাত সোমাবিহি।"

হাতমুখ ধুই, হাঁহি হাঁহি গুচি গৈছিল মণীশ। তাৰ জোতাৰ টুক্ টুক শব্দবোৰ চিৰিয়েদি কেনিবা নাইকিয়া হৈ গৈছিল।

ঘৰটো নিস্তব্ধ হোৱাত মাক বৰ্ণালীৰ ওচৰলৈ গ'ল।

"ববি, তই আজি তেনেহ'লে অফিচলৈ নাযাৱ ?"

আলমাৰিত কিবা খুচৰি আছিল বৰ্ণালীয়ে। মাকলৈ ঘূৰি নোচোৱাকৈ তাই কৈছিল, "ওহো।"

"কি বুলি ভাবিছ ? চাকৰি এৰি দিবিনেকি ?" উত্তেজিত স্বৰেৰে মাকলৈ ঘূৰি চাই ববিয়ে কৈছিল,—"চাকৰি কৰিলে কি দুদিন ছুটীও ল'ব নোৱাৰিনেকি ?"

"দৰখাস্ত দিলিনেকি ?"



"দৰখাস্ত নকৰিলে চাকৰি যাবনেকি ? ইমান সহজ নহয়······।"

ববিৰ মাতৰ লক্ষণবোৰৰপৰা মাকে তাইৰ খং উঠাৰ কথা বুজি পাইছিল। সেই কাৰণে মাক সংযত হৈ পৰিছিল। সৰুৰেপৰাই জেদী, গোঁৱাৰ ছোৱালী ববি। খং উঠিলে হিতাহিত জ্ঞান তাই হেৰুৱাই পেলায়। যাক যি মন যায়, তাকেই কৈ দিয়ে। ভাগ্যৰ ওচৰত হাৰ মানি আগৰ স্বভাৱবোৰৰ বহুতখিনি তাই পাহৰি পেলাইছে। অলপ আঁতৰি গৈ মাকে সুধিছিল, "তেখেতে তোক কি বেয়া কথা কৈছে, কচোন ? দেউতাৰৰ বন্ধু, এজন মানী লোক, দহজনৰ শ্ৰদ্ধাৰ পাত্ৰ, তেখেতেনো তোক······।"

"বেয়াকৈ একো কোৱা নাই। মাত্ৰ তেওঁৰ শাসনে মোক অতিষ্ঠ কৰি তুলিছে। কাৰ লগত কথা পাতিম-নেপাতিম, হাঁহিম-নেহাঁহিম, সকলো তেওঁৰ মতেই কৰিব লাগিব। আন কি অফিচৰ বাহিৰতো।"

"অফিচৰ বাহিৰতনো তই কাৰ লগত কথা পাতিছিলি ? সুজয়ৰ লগত ?"

মাকৰ চকুলৈ চাই উত্তেজিতভাৱে কৈ উঠিছিল বৰ্ণালীয়ে, "কিয় ······কিবা দোষ হ'লনেকি ?"

চকু ঘূৰাই নিছিল মাকে।

চাৰি আলিৰ মূৰত সুজয়ৰ লগত কথা পাতিছিল ববিয়ে, এন্ধাৰ তেতিয়াও পৃথিৱীলৈ নামি অহা নাছিল। দুসপ্তাহৰ কাৰণে বম্বেৰ-পৰা ছুটী লৈ আহিছে সুজয়। সেইদিনা অফিচৰপৰা ঘূৰি আহোঁতে সুজয়ক লগ পাই, দুয়ো বাটতে বৈ কথা পাতিছিল। এনেকুৱা সময়তে ৰমেশ চৌধুৰীৰ গাড়ীখনক ৰ'বলৈ বাধ্য কৰাইছিল ট্ৰেফিক লাইটে। গাড়ীৰ খিৰিকীয়েদি মুখখন উলিয়াই বিস্মিত হোৱাৰ দৰে হৈ তেওঁ কৈছিল, "মিছ্ বৰ্ণালী, এতিয়াও তুমি ঘৰলৈ যোৱা নাই ? ইয়াত বৈ আছা যে ?"

চঁক্ খাই গৈছিল ববি, তথাপি এটা মৃদু হাঁহি মাৰি কৈছিল, "এইফালে এটা কাম আছিল।"

গাড়ীৰে বৰ্ণালীক ঘৰত থোৱাব কথা ক'লে চৌধুৰীয়ে। বৰ্ণালীয়ে নালাগে বুলি কোৱাত ব্যস্তভাৱে তেওঁ ক'লে, "কাইলৈ মই অফিচলৈ অলপ দেৰিকৈ যাম, তুমি সোনকালে গৈ পুৰাব মেইলটো ছৰ্ট কৰিবাঁ।"

পিছদিনা অফিচলৈ ঠিক সময়তে আহিছিল চৌধুৰী। অলপো নোৱোৰাকৈ তেওঁ যোৱা কালিৰ কথাকে আৰম্ভ কৰিছিল, যেন যোৱা নিশা আৰু আজি গোটেই পুৱাটো তেওঁ সেই কথাকে ভাবি আছে।

"কালিযে কথা পাতি আছিল, তেওঁ কোন ?"

"আমাৰ চিনাকি ল'ৰা, বম্বেত থাকে।"

"আমাৰ চিনাকি, মানে······কাৰ লগত চিনাকি, তোমাৰ মা, দেউতা, ককায়েৰা······"

"সকলোৰে লগতেই।"

"অ' সেই কাৰণেই হ'বলা ঘৰলৈ নগৈ বাজ-আলিত থিয় হৈ তোমাৰ লগত কথা পাতি আছিল ?"

অকণো নোৰোৱাকৈ বৰ্ণালীয়ে কৈ দিব পাৰিলেহেঁতেন যে বাটত তেওঁলোকৰ হঠাৎ দেখাদেখি হ'ল। কিন্তু ইমান সহজ কথা এটাৰ কাৰণে মিছা মাতিবলৈ তাই টান পাইছিল। তাই একো নক'লে। মাথোন চৌধুৰীলৈ চাইছিল তাই। শকত ক'লা ফ্ৰেমৰ চছ্‌মা-যোৰেৰে পঞ্চাছৰ ডেওনা পাৰ হোৱা মানুহজনক বেছ গহীন যেনেই লাগে। কিন্তু সেয়া নহয়। মেজৰ ওপৰৰ কাগজবোৰ এনেয়ে লৰাই-চৰাই চাই, বেয়াৰাটোৰে আনি দিয়া কফি কাপত মুখ দি তেওঁ আৰম্ভ কৰিছিল,—"চোৱাঁ, মোৰ অফিচত তোমাৰ বয়সৰ ছোৱালী নোহোৱা নহয়, আছে। কিন্তু যিয়েই নহওক, তোমাৰ দেউতাৰাই মোক অভিভাৱকত্বৰ ভাৰ দিছে। তেনেস্থলত তুমি হয়তো বুজিবা মোৰ এটা ডাঙৰ অফিচ চম্ভালিব লাগে সেইটো এটা ডাঙৰ দায়িত্ব। তদুপৰি তোমাৰ এটা মিছ্‌হেপনিং হৈ গৈছে।"



আগতে এইবোৰ কথা তাইৰ কাৰণে এটা ডাঙৰ সান্ত্বনা আছিল। পৃথিৱীখনত মাথোঁ তেতিয়া তাই কেৱল অন্ধকাৰকে দেখিছিল। ভাব হৈছিল, যেন গোটেই পৃথিৱীয়ে তাইৰ বিৰুদ্ধে ষড়যন্ত্ৰ কৰিছে। এতিয়া তাইৰ মনত এক বেলেগ ধৰণৰ ভয় সোমাইছিল। দুৰ্বল পুৰুষৰ ওচৰত নাৰীয়ে যি সংশয় বোধ কৰে তাকে বৰ্ণালীয়েও অনুভৱ কৰিছিল।

চৌধুৰীয়ে আকৌ কৈছিল, "তোমাৰ পোস্টটো মই নিজে ক্ৰিয়েট কৰি দিছোঁ। শৰ্টহেণ্ড নজনাকৈ তোমাক মই স্টেনোগ্ৰাফাৰৰ পোস্টটো দিছোঁ। হয়নে নহয়, কোৱাঁ!"

"হয়।"

"আন ছোৱালীবোৰৰ লগত তোমাৰ এটা পাৰ্থক্য থকা উচিত। সিহঁতে যি কৰে, সেইবোৰ কৰিলে তোমাক নুশুৱায়। তুমি তোমাৰ পছন্দমতে কাপোৰ-কানি পিন্ধা,—তাত অৱশ্যে মোৰ কোনো আপত্তি নাই। মই কনজাৰ্‌ভেটিভ নহয়। কিন্তু চলা-ফুৰা অলপ মাৰ্জিতভাৱে কৰিব লাগে। মাজবাটত তেনেকৈ যাৰে তাৰে লগত······"

"তেখেত যেনেকুৱা তেনেকুৱা মানুহ নহয়।"

"যেয়ে নহওক। তেনেকৈ এজন পুৰুষৰ লগত ফুৰাটো, বাটত কথা পাতিবলৈ যোৱাটো কিমান দূৰ সমীচীন তুমি ভাবি চোৱা উচিত।"

"মোৰ মা-দেউতাই জানে মই সুজয়ৰ লগত কেতিয়াবা বাহিৰলৈ ফুৰিবলৈ যাওঁ। কিন্তু, আপোনাৰ তাত আপত্তি থকাৰ অৰ্থ কি ?"

বৰ্ণালীৰ খঙো উঠিছিল, অবাকো হৈছিল। গোটেই অফিছে যিজন মানুহৰ ভয়ত কঁপি থাকে, তাই সেইজন মানুহৰ মুখে মুখে কথা কৈছে।

"তোমাৰ মা-দেউতাই তোমাক একো নক'ব পাৰে, মই জানো। বিধৱা কন্যাক যি দেউতাকে চাকৰি কৰিবলৈ পঠিয়াব পাৰে, তেওঁ হয়তো নিশ্চয় কন্যাৰ দোষবোৰ নেদেখিব।"

"প্লিজ শ্বাট্ আপ, ছাৰ!" খঙতে ফোঁপাবলৈ ধৰিছিল বৰ্ণালীয়ে। "বিধৱা হ'লো বুলি মই সৰ্বস্ব হেৰুৱালোনেকি ? আৰু আপুনি চাকৰিটো দিছে বুলিয়েই মই আপোনাৰ সকলো কথা শুনি থাকিম বুলি ভাবিছেনেকি ?"

"নহয়, নহয়। মই সেয়া মিন্ কৰা নাই। ইমান খং তোমাৰ? শুনা, শুনা বৰ্ণালী, মই কি কৈছিলো......।"

সুজয়ৰ লগত বৰ্ণালী নৈৰ ঘাটৰ ফালে ফুৰিবলৈ গৈছিল। ঘামি-জামি থকা সুজয়ৰ মুখখন তেনেই শুকান শুকান লাগিছিল। টাইৰ নট্‌টো সামান্য *ঢিলাই* লৈছিল সুজয়ে। সুজয়ৰ চকুলৈ চাইছিল বৰ্ণালীয়ে, সুজয়েও বৰ্ণালীলৈ। অস্বস্তি বোধ কৰি বৰ্ণালীয়ে দৃষ্টি আঁতৰাই নিছিল খৰালি মাহৰ শান্ত ব্ৰহ্মপুত্ৰৰ পানীখিনিলৈ। ক'বলৈ একো কথাই নাছিল দুয়োৰে। সুজয়ে তেনেতে সুধিছিল, "এই বছৰত তুমি ডেৰাডুনলৈ নোযোৱানেকি? জিষ্ণু কেতিয়া আহিব?"

"পূজাৰ সময়ত আহিবনেকি।"

"পূজাৰ সময়ত?" সুজয়ে মনতে হিছাপ কৰিছিল. "......আৰু দুমাহৰ পিছত বম্বেৰ ক'ৰ্ছটো শেষ হ'ব আৰু পিছতেই ইয়াত পোৰ্ষ্টিং হ'ব মোৰ।"

কথাষাৰ কওঁতে, কথাষাৰত এক স্পষ্ট ইঙ্গিত থকাত, লাজত ৰঙা পৰিছিল বৰ্ণালী। তথাপি মুহূৰ্তটো সহজ কৰিবলৈ তাই সুধিছিল—"যোৱাবাৰ যে তুমি গৈছিলা তেতিয়া সি বাৰু তোমাক চিনি পাইছিলনে?"

"ও, মই যোৱা দেখি তাৰ যিহে আনন্দ! বৰ ধুনীয়া হৈছে সি। ইমান সৰু ল'ৰাটোক এৰি তুমিযে কেনেকৈ ইমান দূৰত থাকা, মই ভাবিবই নোৱাৰোঁ।"

ম্লান হাঁহি এটা মাৰি কৈছিল বৰ্ণালীয়ে, "উপায়তো নাই,



তাকতো মানুহ কৰিবই লাগিব। দেউতাকৰ ইচ্ছা আছিল তাক সৈনিক স্কুলত পঢ়োৱাৰ।"

মৃত স্বামীৰ কথা তাই মাথোঁ সুজয়কহে কৈছিল। বৰ্ণালীৰ হাতখন হাতত তুলি লৈছিল সুজয়ে। আঙুলিবিলাক লিৰিকি-বিদাৰি ভাল লাগিছিল তাৰ। ধুনীয়া বগা হাতৰ ঠাৰিত ক'লা ষ্ট্ৰেপ লগোৱা ঘড়ীটোৱে শুৱাই তুলিছিল। কিলাকুটিলৈকে পৰা থ্ৰি-কোৱাৰ্টাৰ ব্লাউজটোকে বগা হাতৰ ঠাৰিৰ সৌন্দৰ্যৰ জেউতি বঢ়াইছিল, আকাশী ৰঙৰ শাড়ী এখনে কোনো যত্ন নোহোৱাকৈ মেৰিয়াই লোৱা বৰ্ণালীৰ লাহী দেহটোও তুলি ধৰিছিল। কাণত এযোৰ পাতল ৰিং। বৰ্ণালীলৈ একেথৰে চাই দীঘলকৈ নিশ্বাস পেলাইছিল সুজয়ে, "ব'লা একাপ চাহকে খাওঁ।"

"আজি নহয়, বেলেগ এদিন!......"

অফিচৰপৰা ঘূৰি আহিছিল ববিৰ দেউতাক। অভিমান ভৰা এখন মুখ লৈ বহি আছিল ববি। মাকে সকলোখিনি কথা খুলি ক'লে দেউতাকক। তেখেতে শুনি গ'ল। আচৰিতো হ'ল। এই দুবছৰে অলপ নিশ্চিন্ত মনে আছিল। আকৌ লাগিল এই গোলমালখন। গোটেইকেইটা ল'ৰা-ছোৱালীৰ ভিতৰত ববিৰেই সকলোতকৈ সুখ আছিল। ভাল মানুহৰ ঘৰলৈ বিয়া দিছিল। দেখিবলৈও আছিল তাই বেছি ধুনীয়া। কিন্তু দুৰ্কপলীয়া ছোৱালী। একৈশ বছৰ পাৰ হওঁতে নহওঁতেই বিয়াৰ তিনি বছৰৰ পিছত কোলাত পাঁচ-মহীয়া কেঁচুৱা লৈ তাই বিধৱা হ'ল। মটৰ-দুৰ্ঘটনাত মৃত্যু হৈছিল অতনুৰ। তাৰ পিছত ববিৰ আৰম্ভ হ'ল হিষ্টিৰিয়া। আত্মাভিমানী, জেদী বৰ্ণালীয়ে কোলাত কেঁচুৱা লৈ পিতৃ-গৃহত আশ্ৰিত হোৱা গ্লানিখিনি কোনোমতেই সহ্য কৰিবলৈ টান পালে। আই.এ. দিয়াৰ আগতেই ববিৰ বিয়া হৈছিল। বি.এ. পাছ কৰি থকা হ'লে হয়তো চাকৰি এটা পোৱাত বিশেষ অসুবিধা

নহ'লহেঁতেন। শেষত ৰমেশ চৌধুৰীয়ে ৰবিক চাকৰি এটা দিলে। বহুত উপকাৰ কৰিছিল মানুহজনে; এম্.এ. পাছ কৰিও সাধাৰণতে চাৰে চাৰি শ টকাৰ চাকৰি নেপায়। ৰবিৰ ল'ৰাক ডেৰাডুনৰ চাহাবী স্কুলত পঢ়াবলৈ তেওঁ ক'ৰপৰা টকা দিলেহেঁতেন? অহা বছৰত তেওঁ ৰিটায়াৰ কৰিব। চকুৰ আগত কেউফালে এন্ধাৰকে দেখিলে ৰবিৰ দেউতাকে। তেওঁ বৰ্ণালীক ক'লে, "তোৰ মনটো বেয়া যেতিয়া কেইদিনমানলৈ ছুটী ল ৰবি।"

"ছুটী নিদিয়ে।"

"কিয় নিদিয়ে? তোৰতো ছুটী পাব লগীয়া আছে।"

"আছে, কিন্তু নিদিয়ে।"

"সেইটো জানো হ'ব পাৰে? চৌধুৰী মানুহজন ভাল। তেওঁ...... ।"

ওচৰতে বৈ থকা মাকে কৈছিল, "আজিৰ পৃথিৱীখন আপুনি আৰু মই নুবুজোঁ। পৃথিৱীখন ভৰি আছে মুখা পিন্ধা ভদ্ৰ মানুহেৰে। ইয়াত ভাল মানুহৰ স্থান নাই।"

নীৰৱে মাকৰ কথা শুনি, ইমান সময় মনে মনে থকা মণীশে কৈ উঠিছিল,—"সৰু বা, তুমি আৰু চাকৰি কৰিব নালাগে।" অলপ বৈ আকৌ কৈছিল সি, "তোমাৰ প্ৰতি, জিষ্ণুৰ প্ৰতি মোৰ এটা দায়িত্ব আছে। মই আজি এটা কাম বিচাৰি পাইছো। তোমাতকৈ কম টকা হ'লেও, সেইখিনি টকাই আমাক কিছু সহায় কৰিব। তুমি কাইলৈ চাকৰি ইস্তফা দি দিয়াঁ।"

মণীশৰ কথাত সকলোৰে মুখত এক আনন্দৰ ৰেখা ফুটি উঠিল। ৰবিৰ কঠোৰ মুখখন কোমল হৈ গৈছিল। চকুৰেদি বৈছিল দুধাৰি লোতক। দৃশ্যটো সহ্য কৰিব নোৱাৰিয়েই যেন দেউতাক সোমাই গৈছিল ভিতৰলৈ।

ব্যাকুল হৈ প্ৰশ্ন কৰিছিল সুজয়ে, "আজি আকৌ কি হ'ল মাহীদেউ?"



"কি হ'ব আৰু? সকলো আমাৰ কপালৰেই দোষ। ৰবিয়ে চাহাবী স্কুলৰ বাহিৰে তাইৰ ল'ৰাক ক'তো নপঢ়ায়। সেয়া আছিল অতনুৰ ইচ্ছা। কিন্তু চাকৰি এৰি দিলে কি হ'ব? কাৰোপৰা সহায়ো নলয়। দেউতাকৰ সামৰ্থ্য নাই আৰু থাকিলেও ল'বযে সন্দেহ।"

"চাকৰি আৰু কৰিব নালাগে। আপোনালোকৰ আপত্তি নেথাকিলে মই আমেৰিকালৈ যোৱাৰ আগতে ৰবিক বিয়া কৰিবলৈ বিচাৰোঁ,"—লাজ-লাজকৈ কৈছিল সুজয়ে। "ৰবিয়ে মন বেয়া কৰি আছে, মই কথাটো ক'লে হয়তো খং কৰিব পাৰে।"

বেদনাসিক্ত চকুযোৰেৰে মৰমেৰে চাইছিল ৰবিৰ মাকে সুজয়লৈ। "কিন্তু, সুজয়, তুমি নিজে এই কাম কৰি গোটেই জীৱনটো জুৰি ভাল মনেৰে ৰবিক স্বীকাৰ কৰি ল'ব পাৰিবা জানো? পাৰিবা জিষ্ণুক নিজৰ ল'ৰা বুলি ভাবিব? অতনুৰ কথা মনত পৰি তাক বেয়া চকুৰে নোচোৱাতো? মই ৰবিৰ কথা ক'ব নোৱাৰোঁ। গোঁৱাৰ, জেদী ছোৱালী তাই।"

সুজয়ে ৰবিৰ মাকৰ প্ৰশ্নৰ উত্তৰত কৈছিল, "মোত বিশ্বাস ৰাখক মাহীদেউ! মই ৰবিক সুখী কৰিম। জিষ্ণুৰ দায়িত্ব ল'ম। মাথোঁ মোত বিশ্বাস ৰাখক।"

চাহ লৈ সোমাই আহিছিল বৰ্ণালী। নিঃশব্দে চাহৰ কাপত মুখ দিলে সুজয়ে। মনে মনে বৈ থাকিল বৰ্ণালী।

ক'লা পাৰি লগোৱা বগা শাড়ী পিন্ধিছে ৰবিয়ে। চুলিবোৰ আউল-বাউল হৈ অ'ত ত'ত সিঁচৰতি হৈ পৰি আছে। মুখখন শেঁতা। শূন্য দৃষ্টিত আছিল তাইৰ অসীম নিঃসঙ্গতা।

সুজয় থিয় হৈ ৰ'ল বৰ্ণালীৰ কাষতে। লাহে লাহে কৈছিল সি, "ৰবি, খুব কষ্ট কৰি অফিচৰপৰা কেইদিনমানৰ ছুটী লৈছো। ভাবিছো বম্বেলৈ যোৱাৰ আগতে এবাৰ ডেৰাডুনৰপৰা আহোঁগৈ। তুমিও ব'লা। এবাৰ জিষ্ণুক চাই আহোঁগৈ।"

"ওহোঁ।"

"কিয় ?"

মুখখন সামান্য ঘূৰাই বৰ্ণালীয়ে কৈছিল, "তুমি কি ক'ব খুজিছা, মই বুজিছোঁ। কিন্তু সেয়া নহ'ব।"

"নহ'ব ? কিয় নহ'ব ?"

"নহ'ব।······নহয়।"

"কিয় ববি ? কিয় ?"

সাত বছৰৰ মূৰত আজি সুজয়ৰ আগতে, অবিৰাম গতিৰে তাইৰ ডুচকুত বৈ গ'ল অশ্ৰুৰ তপত বন্যা। মাকে শুনিব বুলি জানিও তাই বেছ জোৰকৈয়ে কৈ উঠিছিল, "তোমালোকে কি ভাবিছা মই বুজিছো! সকলোৱে মোক পুতৌ কৰিবলৈ বিচাৰে। মই অসহায় কাৰণে সকলোৱে মোক দয়া কৰিবলৈ আহে। মই······ম······ই কাৰো······কাৰোৰেই পুতৌ নিবিচাৰোঁ। নালাগে······তুমি যোৱাঁগৈ সুজয়।······মোক অলপ শান্তিৰে থাকিবলৈ দিয়াঁ।"

"ববি······তুমি মোক আজিও নুবুজিলা। দয়া তোমাক মই কৰিব খোজা নাই। মই তোমাৰপৰাহে দয়া বিচাৰিছো।"

অলপ আগ বাঢ়ি আহি বৰ্ণালীৰ হাতখন তুলি লৈছিল সুজয়ে, "ববি, মোৰ ফালে এবাৰ চোৱাঁ।"

নিজকে সংযত কৰি, সুজয়ৰ হাতখন আঁতৰাই সামান্য আঁতৰি আহিল বৰ্ণালী। "এইটো চাকৰি মই এৰিলো। আন এটা চাকৰি নাপাওঁ, তেতিয়ালৈকে মোক আৰু একো নক'বাঁ। মোক অলপ স্বাধীন হ'বলৈ সাহস যোগোৱাঁ।······আজি······তুমি যোৱাঁগৈ।"

# এপিটাফ

আজি টোপনি নাহে পৰশৰ! শুই থকা অভিজিতৰ মুখখনলৈ চাই তাৰ মৰম লাগি গৈছিল। ল'ৰাটো সঁচাকৈয়ে আচৰিত! মানুহেযে নিজকে ইমান সুন্দৰকৈ লুকুৱাই ৰাখিব পাৰে, পৰশে সপোনতো ভাবিব পৰা নাছিল।

ধুনীয়া বুলি কলেজত নাম আছিল অভিজিতৰ। খুব বগা নাছিল যদিও ওখ-পাখ গঢ়িত মুখখনেৰে অভিজিতটো সঁচাকৈয়ে ধুনীয়া ল'ৰা। স্বভাৱটোযে তাৰ তাতোকৈ সুন্দৰ। এনেয়ে গহীন যদিও পৰশৰ আগত অভিজিত গহীন নাছিল। ৰাজনীতিৰপৰা আৰম্ভ কৰি ঘৰুৱা শাক খোৱা, ভাত খোৱা কথাবোৰো সিহঁতে পাতিছিল। দুষ্ট পৰশৰ লগত পৰি ছোৱালীও জোকাইছিল অভিজিতে। অৱশ্যে এইবোৰ আছিল ছাত্ৰ-জীৱনত। ডাক্তৰ হোৱাৰ পিছত পৰশ গহীন হৈ পৰিছিল; হ'বলৈ বাধ্য হৈছিল! কোনজনী ছোৱালীয়ে মূৰত কি সুমুৱাই খোপা বান্ধে, কাৰ লগত ঘূৰি ফুৰে কোনে, প্ৰফেছৰে কেনেকৈ লেক্‌চাৰ দিয়ে—ইত্যাদি কথা সিহঁতে এতিয়াও পাতে।

গহীন অভিজিতক বহুতে মাতিবলৈ সঙ্কোচ কৰিছিল। কিন্তু সকলোৰে লগত মিলিব পৰা স্বভাৱ আছিল পৰশৰ। তাৰ বন্ধু বুলি জানিয়েই অভিজিতৰ খবৰ বিচাৰিছিল পৰশৰপৰা কিছুমান ছোৱালীয়ে।

পৰশৰ ওচৰত সদায়ে সহজ হৈ থকা অভিজিত কেইদিনমানৰপৰা বেছি গহীন হৈ পৰিছিল। কিয় জানো!

আন দিনৰ দৰে কালি সিহঁত কেনিও ওলাই যোৱা নাছিল। আন দিনতকৈ বহুত কম কথা কৈছিল অভিজিতে। পৰশেহে বেছি কথা পাতিছিল। তাৰ বিয়া ঠিক হৈ আছে তাহাঁতৰে কলেজত পঢ়া

এজনী ছোৱালীৰ লগত। বিয়াৰ পিছত কেনেকৈ থাকিব, কি কৰিব, কি নকৰিব, ইত্যাদি কথাবোৰ অনৰ্গল পাতি গৈছিল পৰশে।

হুমুনিয়াহ এটা কাঢ়ি অভিজিত হৈছিল ঃ "বুজিছ জিত, ছাম্‌টাইমছ পেইনফুল প্লেজাৰ টাৰ্নছ ইনটু প্লিজিং পেইন্। কিয় কৈছো জান? পৰশ, ময়ো ভাল পাইছিলো এজনী ছোৱালীক! ময়ো ভাবিছিলো বিয়া কৰাম বুলি। কিন্তু মোৰ এই কল্পনা কল্পনা হৈয়ে ৰ'ল।"

অভিজিতৰ কথা শুনি পৰশে প্ৰথমে হাঁহিছিল, "জিত, তোৰো লাভ্ ষ্টৰি এটা আছেনেকি?"

অভিজিতৰ মুখখন দেখি পৰশৰ মুখৰ হাঁহিটো ম্লান হৈ ক্ৰমান্বয়ে মুখতে হেৰাই গৈছিল।

"সেই ছোৱালীজনী আজি আৰু এই পৃথিৱীত নাই। মাথোঁ থাকি গ'ল তাইৰ জীয়া স্মৃতিবোৰ। আৰু সেই স্মৃতিয়ে মোক জলাই মাৰিছে আৰু মোৰ অন্তৰত সুপ্ত হৈ জলি থকা জুইকুৰাত ঘিউ ঢালি দিছে দীপালীয়ে। হাঁহিলে গালত ডিম্পল্ পৰা দীপালীৰ মুখখনলৈ চাই তাইক সেই হেৰুওৱা বাস্নাজনী যেনেই লাগে।"

শেষৰ কথাখিনি কওঁতে অভিজিতৰ মাতটো থোকাথুকি হৈ পৰিছিল। অবাক হৈ অভিজিতৰ মুখলৈ চাই ৰৈছিল পৰশে। অভিজিতে তাক কৈছিল, "জানো পৰশ, তাই আচৰিত হ'বি মোৰ কথা শুনি। কিন্তু ইমান দিনে যি দেখিলি সেই সকলোখিনি আছিল মোৰ অভিনয়। ষ্টেজত মই অভিনয় কৰি পোৱা নাই, কিন্তু বাস্তৱ জীৱনত মই সঁচাকৈয়ে অভিনয় কৰিছো। এয়া হ'ল মোৰ জীৱনত ঘটি যোৱা এটি নিষ্ঠুৰ সত্যক ঢাকি ৰাখিবলৈ কৰা এক কৰুণ প্ৰয়াস। আজি তোক সকলো কথা ক'ম পৰশ। তই শুনি যাবি মোৰ জীৱনলৈ, তোৰ দৰেই অহা ৰঙীন দিনবোৰৰ কথা।"

"জিতদা, তুমি বাৰু কাৰ কবিতা ভাল পোৱা? ৱৰ্ডছৰ্থ, শেলী, কীটছ্ নে বাইৰনৰ? মোৰ জানো কীটছ্‌ৰ কবিতা খুব ভাল



লাগে!" প্ৰাক্-বিশ্ববিদ্যালয় শ্ৰেণীৰ মেধাৱী ছাত্ৰী বাস্না বৰুৱাই প্ৰশ্ন কৰিছিল ভেলোৰ মেডিকেল কলেজৰ তৃতীয় বাৰ্ষিকৰ ছাত্ৰ অভিজিত দুৱৰাক।

উত্তৰত হাঁহি হাঁহি অভিজিতে কৈছিল, "জানা বাজু, মই গণেশ গগৈ, যতীন দুৱৰাৰ কবিতাহে ভাল পাওঁ। জানাইতো, অসমীয়া মানুহ! ইংৰাজী সাহিত্যৰ টেষ্ট একেবাৰেই নাই।"

অভিমান-মিহলি মাতেৰে বাস্নাই কৈছিল ঃ "বেছ ঠাট্টা কৰিব পাৰা দেখিছো! অৱশ্যে প্ৰশ্নটো কৰোঁতেই মোৰ ভুল হৈছে। মই তোমাক সুধিব লাগিছিল ইনফ্লুয়েন্‌জাৰ কাৰণে কি দৰৱ ভাল— এ.পি.চি. নে ছেল'জন? অথবা হিউমেন স্কেলিটনটোত কেইডাল ৰ'ন থাকে? ডাক্তৰ মানুহতো!"

"খুব কথা ক'বলৈ শিকিছা নহয়? ডাঙৰ হৈছাতো।" অভিজিতে লাহেকৈ বাস্নাৰ গালত চৰ এটা মাৰি দিছিল।

"সদায়ে সৰু হৈ থাকিমনেকি?" প্ৰশ্নসূচক দৃষ্টিৰে অভিজিতলৈ চাইছিল তাই।

সৰুৰেপৰা দুয়োটাৰ মাজত খুব মিল আছিল। বাস্নাহঁতৰ ঘৰৰ কাষতেই অভিজিতহঁতৰ ঘৰ, বাস্নাৰ ককায়েক ইঞ্জিনিয়াৰ, বাস্নাৰ ককায়েক দুল সৰুৰেপৰাই বাহিৰত পঢ়াৰ কাৰণে বাস্নাৰ খেলাৰ লগ আছিল অভিজিত। অভিজিতৰ দেউতাক স্থানীয় কোনোবা এটা অফিচৰ ক্লাৰ্ক। গতিকে ল'ৰাকেইটা ডাঙৰ নোহোৱালৈকে সিহঁতৰ ঘৰৰ আৰ্থিক অৱস্থা সিমান টনকিয়াল নাছিল। অভিজিতৰ ওপৰত দুটা ল'ৰা। দেৱজিত আৰু সুৰজিত। একমাত্ৰ ছোৱালী বাস্নাই দুয়ো ঘৰৰে ভিতৰত সকলোৰে মৰম আদায় কৰিছিল।

বাস্নাৰ ককায়েক দুল ইঞ্জিনিয়াৰ। অভিজিতৰ ককায়েক দেৱজিত আৰু সুৰজিত, দুয়ো কলেজত অধ্যাপক। সেয়েহে বাস্নাই অভিজিতক কৈছিল, "জানা জিতদা, আমাৰ দুয়ো ঘৰতে এজনো ডাক্তৰ নাই। তুমি কিন্তু ডাক্তৰ হ'বই লাগিব। তুমি ছাৰ্জাৰি

পঢ়ি ডাক্তৰ হৈ আহিলেহে মই টন্‌চিল তুলিম।" বাস্নাৰ কথাত হাঁহিছিল অভিজিতে। সিহঁতৰ ঘৰৰ ল'ৰাকেইটাৰ ভিতৰত বাস্নাই তাকেই বেছি ভাল পায়।

ডাঙৰ হৈ অহাৰ লগে লগে সিহঁতৰ শৈশৱৰ ল'ৰালি ভাল-পোৱাই ৰূপ লৈছিল এক বেলেগ ভালপোৱাৰ। বাস্নাই অভিজিতলৈ লাজ কৰা হৈছিল। বাস্নাৰ জুখি জুখি কোৱা কথাখিনিৰ অন্তৰালত অভিজিতে অন্য এক অৰ্থ বিচাৰি পাইছিল।

বাস্নাৰ মাক-দেউতাক, ককায়েক, ছুল, বাস্না, সকলো বহি আছিল বাস্নাহঁতৰ ঘৰৰ বাহিৰৰ বাৰাণ্ডাখনত। সেইদিনা পূৰ্ণিমা। বাস্নাহঁতৰ ঘৰৰ আগত থকা ছিল্‌ভাৰ ওক্ কেইজোপাৰ মাজেদি ওলাই আহিছিল পূৰ্ণিমাৰ শুভ্ৰ জোনটো। মুহূৰ্তবোৰ পৱিত্ৰ পৱিত্ৰ লাগিছিল অভিজিতৰ।

কাইলৈ অভিজিত যাবগৈ ভেলোৰলৈ। বাস্নাজনীয়ে মনটো মাৰি আছে। অভিজিতক বাস্নাৰ মাকে কৈছিল, "জিত, তুমি যাবাগৈ কাৰণে ৰাজুৰে খুব বেয়া পাইছে। লাগিবৰে কথা, সৰুৰে-পৰা ছুয়ো একেলগে ডাঙৰ হ'লা! কোনেও কাকো এৰি কেতিয়াও থকা নাই। আমাৰো জানো, কম বেয়া লাগিছে!"

অভিজিতে খুব কষ্টেৰে হাঁহি কৈছিল, "জানে, মাহীদেউ, মই ৰাজুৰ কথামতেহে মেডিকেল পঢ়িবলৈ ওলাইছো; ডাক্তৰ হ'লেহে বোলে তাই টন্‌চিল তুলিব।" ছল পাই বাস্নাৰ ককায়েক ছুলে কৈছিল: "হয়নেকি ৰাজু? তেনেহ'লে বিলাত-ফেৰত ডাক্তৰ-বোৰৰ মিছাই হ'ল!" "ইঃ এওঁকৰা কোনে মাতিছে," বুলি কৈ বাস্না উচাট মাৰি উঠি গৈছিল।

পিছদিনা বাস্নাহঁতৰ গাড়ীতেই অভিজিত আহিছিল বৰঝাৰ বিমান-কোঠলৈ। লগত আহিছিল সুৰজিত, দেৱজিত, ছুল আৰু বাস্না।



আগদিনাখনৰেপৰা বোধ কৰোঁ বাস্নাই কান্দি আছিল। নীলা, ধুনীয়া চকুযোৰ তাইৰ ৰঙা পৰি আছিল। অভিজিতলৈ তাই আগ বঢ়াই দিছিল এটা সৰু পেকেট। আগনিশা তাইৰ লগত একেলগে বজাৰলৈ যোৱা ছুলে পেকেটটো চিনি পাইছিল। সি টপৰাই কৈ উঠিছিল, "মোলৈও এডাল থ'বি দেই। মই কাইলৈ শ্বিলঙলৈ যাম।" সকলোৱে হাঁহিছিল। বাস্নায়ো কৃত্ৰিম খং দেখুৱাই কৈছিল, "এইটোযে কি আৰু!" এনেতে মাইকত ঘোষণা কৰাত অভিজিত গৈ প্লেনত উঠিছিলগৈ। তাৰ চকুযোৰ চলচলীয়া হৈ পৰিছিল। বাস্নাইতো কান্দিলেই। ছুল, দেৱজিত, সুৰজিত, সকলোৱে আঁৰ নোহোৱালৈকে চাই থাকিল প্লে'নখনলৈ।

বাস্নাই দিয়া পেকেটটো খুলি যতনে পুনৰ মেৰিয়াই থ'লে অভিজিতে। মনটো তাৰ সঁচাকৈয়ে বেয়া লাগিছিল। কিবা কিছুমান ভাবে তাৰ মনটো খেলিমেলি লগাই দিছিল।

"এক্সিউজ মি প্লিজ"—এয়াৰ হোস্টেছজনীৰ কোমল মাতত চঁক্ খাই উঠিছিল অভিজিত। "আৰ ইউ আ ভিজিটেৰিয়ান অৰ আ নন-ভিজিটেৰিয়ান?" ইমান অকণমান সময়তে বিভোৰ হৈ যোৱাত নিজে লাজ পাইছিল অভিজিতে। সি কৈছিল, 'অ' আই এম স্ট্ৰিক্ট্‌লি আ নন্-ভিজিটেৰিয়ান্।" মুখত এটা হাঁহি আঁকি আঁতৰি গৈছিল তাই।

প্লেনখন তেতিয়া হেৰাই গৈছিল চপৰা-চপৰ ডাৱৰৰ বুকুত। বাৰে বাৰে তাৰ মনত পৰিছিল এৰি অহা মুহূৰ্তটোলৈ, হাঁহিলে ডিম্পল্ পৰা বাস্নাৰ ধুনীয়া মুখখনলৈ।

সেইদিনা বাস্নাৰ অপাৰেচনৰ দিন। টন্‌চিল-একটমি। মাইনৰ অপাৰেছন, গতিকে চিন্তাৰ কোনো কাৰণ নাই। সেয়েহে বাস্নাই নানা আপত্তি কৰা সত্ত্বেও মাক-দেউতাকে ডাক্তৰৰ কথামতেই

অপাৰেছন কৰিবলৈ মান্তি হৈছিল। কাৰণ টন্‌চিলৰ কাৰণে তাইৰ কাহ-পানীলগা আদি অসুখবোৰ হুগুচিছিল।

ৰাতিপুৱা চাৰে-সাত বাজিছিল তেতিয়া। মিছন হস্পিটেলৰ গীৰ্জাৰপৰা ভাহি আহিছিল এটি সুৰ। সেয়া আছিল ডাক্তৰ নাৰ্ছ-সকলে পুৱা কাম আৰম্ভ কৰাৰ আগেয়ে ভগৱানক জনোৱা প্ৰাৰ্থনা।

ৰাস্নাৰ কাষত সকলোৱেই আছিল। নাছিল তাইৰ মৰমৰ জিতদা। ৰাস্নাই হুলক কৈছিল, "জানা হুলদা, জিতদাৰ্লৈ ইমান মনত পৰিছে! তেওঁ থকা হ'লে ইমান ভাল হ'লহেঁতেন, নহয়?" উত্তৰত হুলে কৈছিল, "ধেৎ পাগলী! ইমান সাধাৰণ অপাৰেছন এটাৰ কাৰণে জিতক মাতিমনে? তাতে তাৰ পৰীক্ষা নাই জানো?" ৰাস্নাই মূৰ দুপিয়াইছিল।

ছিস্টাৰ এজনী আহি বগা কাপোৰ এখনেৰে ৰাস্নাৰ মূৰটো বান্ধি দিছিল। ৰাস্নাই তাইক সুধিছিল: "ছিস্টাৰ, ডু পিপ্‌ল ডাই ইন দিছ অপাৰেছন? আই এম্ এফ্ৰেইড, ইফ ছামমিং হেপেনছ্ টু মি......।" ওচৰতে বৈ থকা আন এজনী ছিস্টাৰে তাইক মৰমেৰে মুখত হাত ফুৰাই দি কৈছিল: "অ' ডিয়েৰ, ডু নট ৱৰি। ইট্ ইজ অনলি আ মাইনৰ অপাৰেছন। ইউ উইল বি বেক্ আফটাৰ আ ফিউ মিনিট্‌ছ!"

অলপ পিছতে ৰাস্নাক স্ট্ৰেচাৰ এখনত তুলি, লৈ যোৱা হৈছিল অপাৰেছন থিয়েটাৰলৈ। পিছে পিছে গৈছিল ৰাস্নাৰ মাক, দেউতাক, হুল, দেৱজিত আৰু সু[illegible]জিত। অপাৰেটিং থিয়েটাৰৰ দুৱাৰৰ ওপৰত আঁৰি থোৱা যীশুৰ ডাঙৰ ছবিখনলৈ চাই, ৰাস্নাই দুহাত জুৰি প্ৰণাম জনালে।

বাহিৰত বৈ থকা ৰাস্নাৰ মাক-দেউতাক সকলোৱে ব্যগ্ৰভাৱে চাইছিল অপাৰেছন থিয়েটাৰৰপৰা ওলাই অহা ডাক্তৰজনলৈ। সকলোৰে মনত উদয় হৈছিল একেটা প্ৰশ্ন, "ডাক্তৰ কিয় ইমান



সোনকালে ওলাই আহিল?" হুলহঁত আগ বাঢ়ি গ'ল তেওঁৰ ওচৰলৈ। দেৱজিতে প্ৰশ্ন কৰিলে, "ডক্টৰ, হাউ ইজ্ শ্বি?" বেদনা-সিক্ত কণ্ঠেৰে ডাক্তৰে কৈছিল, "আই এম্ ছৰি টু ছে......ইট্ ইজ্ অল ইন হিজ হেণ্ডছ্।" তেওঁ আঙুলিয়াই দেখুৱাইছিল কেই-মিনিটমানৰ আগতে ৰাস্নাই প্ৰণাম জনাই যোৱা যীশুৰ ডাঙৰ ফটো-খনলৈ, "শ্বি ইজ ন' ম'ৰ ইন্ দিছ ৱৰ্ল্ড।" দুই কাণত হাত দিছিল সুৰজিতে। ই কেনেকৈ সম্ভৱ হ'ব পাৰে? বাক্‌ৰুদ্ধ হৈ গৈছিল দেৱজিত। হুলে কান্দিছিল; মাক বেহুঁচ হৈ পৰি গৈছিল। ছিস্টাৰ কেইজনীমান আৰু দেৱজিতে ধৰিছিল ৰাস্নাৰ মাকক। দেউতাকে যীশুৰ ফটোখনলৈ একেথৰে চাই ৰৈছিল। চাৱনিয়ে যেন বুজাইছিল "হে ভগৱান, তুমি কিয় ইমান নিষ্ঠুৰ হ'লা?"

এনাস্থেছিয়া দিয়াৰ আগতে ৰাস্নাৰ হৃদপিণ্ড অচল হৈ গ'ল। অপাৰেটিং ৰুমৰপৰা ওলাই আহিছিল দুজনী ছিস্টাৰ। তেওঁলোকৰ চকুত চকুলো। সিহঁতকো মৰম লগাইছিল মৰম লগা ৰাস্নাজনীয়ে।

ফাইনেল এম.বি.বি.এছ্ দি ঘূৰি অহা অভিজিতৰ আশাবোৰ চূৰমাৰ কৰি দিছিল ৰাস্নাৰ মৃত্যুৰ বাতৰিয়ে। সৰু ল'ৰা এটাৰ দৰে সি উচুপি উচুপি কান্দিছিল। ৰাস্নাৰ মৃত্যুত মাক বলিয়াৰ নিচিনা হৈছিল; দেউতাক মৌন হৈ পৰিছিল। খুব কথা কোৱা হুলটোৱে কম কথা কোৱা হৈছিল। অভিজিত অহা গম পায়ে হুল আহিছিল অভিজিতৰ গুচৰলৈ। সি অভিজিতক সা[illegible]ান্দি কান্দি কৈছিল, "আমাক ক্ষমা কৰা জিত। আমাৰ ভুল হ'ল—বাজুক আমিয়েই মাৰিলো, মৃত্যুৰ আগ মুহূৰ্তলৈকে তাই তোমাকেই বিচাৰিছিল।" অভিজিতৰ চকুৰেদি অবাধ গতিৰে চকুলো কৈছিল। ৰাস্নাক তেনেহ'লে সি সঁচাকৈয়ে হেৰুৱালে!

বহুত দিন পাৰ হৈ গৈছিল এনেকৈয়ে। ৰাস্নাৰ স্মৃতি লৈয়ে

অভিজিতে জীৱন কটাইছিল। কেইবাদিনো ভাবিছিল—সি পৰশক তাৰ মনৰ কথাবোৰ কৈ দুখ পাতলাব। কিন্তু কোৱা হৈ নুঠিছিলগৈ।

অৱশেষত, ৰাস্নাৰ ঠাই পূৰাবলৈ আহিছিল গুৱাহাটী মেডিকেল কলেজৰপৰা নতুনকৈ পাছ কৰি অহা দীপালী চলিহা। ৰাস্নাৰ সৈতে দীপালীৰ এক অদ্ভুত সাদৃশ্য। বিশেষকৈ, হাঁহিলে ডিম্পল পৰা গাল দুখনৰ ইমান মিল? ছিনিয়ৰ ডাক্তৰবোৰে দীপালীৰ কামত কিবা বিজুতি লাগিলে তাইক জোকাই বং চাইছিল। কন্দনামুৱা হৈ গৈছিল দীপালী। অভিজিতৰ মনত পৰিছিল ৰাস্নাকো জোকাইছিল কেতিয়াবা ককায়েক দুলে। তায়ো কেতিয়াবা কন্দনামুৱা হৈ যায়, খঙো কৰে কেতিয়াবা।

ৰাস্নাৰ দৰে সৰু ছোৱালী এজনীৰ স্বভাৱ দীপালীৰো আছিল। অভিজিতৰ হতুৱাই তাই ইটো সিটো কাম কৰোৱাই লৈছিল। আন ছোৱালীয়ে হয়তো তাইক মাতিবলৈ সাহ একৰে। "প্লিজ, ডক্তৰ দুৱৰা, এই ড্ৰিপটো দি দিয়কনা! মই ইমান চেষ্টা কৰিলো। ভেইন্ পোৱাই টান। আপুনি নিশ্চয় পাৰিব।" অভিজিত উঠি যায় ড্ৰিপ দিবলৈ। তৎক্ষণাৎ ভেইন্ বিচাৰি পাইছিল সি। দীপালীয়ে তেতিয়া তাক কয়, "আপুনি সঁচাকৈয়ে বৰ চোকা!" তাই হাঁহে অভিজিতৰ দুচকুলৈ চাই। অভিজিতৰ ওচৰত বৈ থকা এজন ডাক্তৰে কৈছিল, "সাৱধান, কিন্তু! কাটি দিব পাৰে!" দীপালীয়ে ৰাস্নাৰ দৰে কৃত্ৰিম খং দেখুৱায়। ৰাস্নাই এইদৰে কেতিয়াবা অভিজিতৰ হতুৱাই কাম কৰালে, তাইক জোকাবলৈকে কেতিয়াবা দুলে কয়, "জিত তুমিও ভাল একৰা দেই! বাজুৱে প্লিজ প্লিজ বুলি তোমাৰপৰা এনেকৈয়ে কাম আদায় কৰে।" খঙত কন্দনামুৱা হৈ যায় ৰাস্নাজনী, "জিতদাতো তোমাৰ দৰে নহয়!"

দীপালীৰ ঘৰলৈ কেইবাদিনো গৈছে অভিজিত। দীপালীৰ ওচৰত থাকিলে তাৰ হেৰোৱা ৰাস্নাজনীকেই পোৱা যেন লাগে। গোটেই জীৱনটো অবিৱাহিত হৈ থাকিবলৈ ঠিক কৰিছিলে সি।



ৰাস্নাৰ স্মৃতি জীয়াই থাকোঁতে কেতিয়াও দ্বিতীয় এজনী ছোৱালীক জাৱনলৈ আহিব নিদিয়ে সি। সেই স্মৃতি অৱমাননা কৰিব নোৱাৰে কোনো দিনেই। হয়তো দুদিন মানৰ পিছত দীপালীৰো বিয়া হৈ যাব! মনৰ কথা তাৰ মনতেই থাকিব। জীৱনত লাগি যোৱা এটা গাঁঠি একৱাবলৈ গৈ সি যেন আৰু এটা বেছ্ মেৰপাক্ লগা গাঁঠি লগাই ল'লে।

অভিজিতে পৰশক কৈছিল, কেইদিনমানৰপৰা তাৰ মনটো খুব বেয়া। সেইদিনা সি গৰম কাপোৰবোৰ ৰ'দত দিবলৈ উলিয়াইছিল। লগতে টাইবোৰো। তাৰ মাজতে ৰাস্নাই প্ৰথমবাৰ ভেলোৰলৈ যাওঁতে দিয়া টাইকেইডাল। ৰাস্নাই দিয়া উপহাৰবোৰ সি ঘৰতে থৈ আহিছিল। কিন্তু লগৰ টাইকেইডালৰ লগতে গুচি আহিছিল ৰাস্নাই দিয়া সেই টাইকেইডাল।

কথাবোৰ অভিজিতে পৰশক কৈ যাওঁতে তাৰ চকুৰপৰা চকুলো বৈছিল। সি কৈছিল, "ক'ৰবাত জানা পঢ়িছিলো 'হেপিনেছ ইজ্ আ ট্ৰেজিক এপিছ'ড ইন ডি গ্ৰেট্ ড্ৰামা অব্ পেইন্' এই খন্তেকীয়া সুখত বাস্তৱৰ কথা আমি পাহৰি পেলাওঁ। ৱি বিল্ড্ স্টেচুজ অব্ স্ন' এণ্ড ৱিপ টু ছি ডে'ম্ মেল্ট!"

"ছাৰ"—বাহিৰত কাবোবাৰ মাতত ভাবৰ আঁতডাল ছিগি গৈছিল পৰশৰ। ঘড়ীটোলৈ চাই দেখিলে নিশা তিনি বাজিছে, ৰাতিপুৱালৈ আৰু অলপ সময়হে বাকী। দূৰৈত কুকুৰৰ ভুকভুকনিয়ে নিশাৰ নিস্তব্ধতাখিনিক জগাই ৰাখিছে। গাত শাৰ্টটো সুমুৱাই দুৱাৰখন মেলি দিলে পৰশে। দেখিলে হাতত 'কল্-বুক'টো লৈ কেজুৱেলটি ডিপাৰ্টমেণ্টৰ পিয়নটো বৈ আছে। পৰশক দেখিয়েই সি কৈছিল, "ছাৰ, এটা ইমাৰজেন্সি কেছ্ আছে।"

পৰশে খৰখেদাকৈ জোতাযোৰ পিন্ধি খোজ ল'লে হস্পিটাললৈ। অভিজিত তেতিয়াও ঘোৰ টোপনিত। হয়তো তাৰ অৱচেতন মনটোৱে ৰাস্নাৰ আত্মাকে কেনিবা বিচাৰি ফুৰিছে।

# অব্যক্ত

জেনেৰেল ৱাৰ্ডটোৰ এটা চুকত অসহ্য বেদনাত চাটিফুটি কৰি আছিল এজন ৰোগী। নিশা দহ বাজিছিল তেতিয়া। শাৰী শাৰী বিছনাবোৰত শুই আছে ৰোগীবোৰ। ঔষধৰ জালত কিছুমানৰ চকুলৈ নিদ্ৰা নামি আহিছে। শুই থকা অৱচেতন মনবোৰ হয়তো উৰা মাৰিছে কোনোবা প্ৰিয়জনৰ কাষলৈ। নিয়ম অমান্য কৰি পিন্ধা ছিস্টাৰ কেইগৰাকীৰ হাই-হিলৰ টুকটাক শব্দ আৰু বেদনাত ক্লিষ্ট হৈ পৰা ৰোগীৰ কেঁকনিয়ে নিজান মুহূৰ্তবোৰ জগাই ৰাখিছিল।

বিচনাবোৰৰ একেবাৰে চুকৰ ৰোগীজনৰ নাড়ীৰ গতি পৰীক্ষা কৰি আছে এজন ডাক্তৰে। তেওঁৰ চিন্তিত মুখখনৰপৰা বুজা গৈছে যে তেওঁৰ অৱস্থা ভাল নহয়। ৰোগীৰ ভৰি-পথানৰ ফালে বহি আছে এগৰাকী বৃদ্ধ আৰু তেওঁৰ ওচৰতে এজন যুৱক।

কিবা ভাবি যুৱকজন ওলাই আহিল বাহিৰলৈ। বাহিৰত থিয় হৈ আছে পঞ্চাছজনমান ডেকা ল'ৰাৰ এটা জুম। চিন্তাক্লিষ্ট সিহঁতৰ মুখবোৰ দেখিলেই বুজা যায় যে সিহঁত খুব ক্লান্ত।

মনটো উগুল-থুগুল লাগিছিল পাপৰিৰ। নগৰৰ গণ্য-মান্য চিকিৎসক পৰেশ বৰুৱাৰ সৰ্বগুণসম্পন্না দুহিতা মিছ্ পাপৰি বৰুৱাৰ। হঠাৎ সজোৰে বাজি উঠা টেলিফোনৰ বিছিভাৰটো দাঙি ধৰিছিল পাপৰিয়ে। টেলিফোনৰ তাঁৰৰ ইটো মূৰত পাপৰিয়ে শুনিছিল এক উদ্‌গ্ৰীৱ কণ্ঠস্বৰ, "হেল্লো, মিছ পাপৰি বৰুৱা আছেনেকি? মই মেডিকেল কলেজ হস্পিটালৰপৰা কৈছো। তেখেতক এবাৰ মাতি দিয়কচোন।"

"হয়। ময়েই কৈছো।"

"আপুনি যেনে তেনে এবাৰ আহি যাওক। দত্ত ছাবৰ······



মানে কৌশিক দত্তৰ খুব অসুখ। আপোনাক বিচাৰিছে। দেৰি নকৰি আপুনি আহি যাওক।"

"মই এতিয়াই গৈছো" বুলি কৈ লৰালৰিকৈ ড্ৰেছিং গ্ৰাউনটো সোলোকাই শাৰী এখন মেৰিয়াই লৈ পাপৰি তললৈ লৰ মাৰিছিল। ড্ৰইংৰুমত ভাত খাই উঠি মাক-দেউতাক, নবৌৱেক সকলোৱে কথা পাতি আছিল। পাপৰিক দেখি সকলোৰে দৃষ্টি নিবদ্ধ হৈছিল তাইতেই।

"পাপা, গাড়ীৰ চাবি ক'ত আছে?" মাতটো থোকাথুকি হৈছিল পাপৰিৰ।

"গাড়ীৰ চাবি? ইমান ৰাতি ক'ত কেছ্ চাবলৈ যাবলৈ বিচাৰিছ?"

"কৌশিকক চাবলৈ যাওঁ। খুব টান। মোক বিচাৰিছে।"

"কৌশিক?······ইমান বছৰৰ পিছতো তেনেহ'লে সি তোক পাহৰিব খোজা নাই? তই যাব নোৱাৰ, পৰি।"

"পাপা!" বুলি হুক্‌হুকাই কান্দি দিছিল পাপৰিয়ে। "মোক চাবিটো দিয়াঁ। মই যামেই।"

"এয়া লৈ যা চাবি। এয়াই যেন তোৰ শেষ দেখা হয়!"

দেউতাকে গাড়ীৰ চাবিকোছা দলিয়াই দিছিল। পাপৰিয়ে বুটলি লৈছিল। পাপৰিৰ বেদনাত কোনেও সমবেদনা নজনালে, অথচ কৌশিকৰ এই ঘৰখনৰ লগত কিমান নিবিড় সম্বন্ধ আছিল। গেৰেজৰপৰা গাড়ীখন উলিয়াই যিমান পাৰে সিমান জোৰেৰে গাড়ীখন চলাই গৈছিল পাপৰিয়ে।

কৌশিক শুই আছে নীৰৱে। শান্ত মুখখন যেন তাৰ অকণোৰেই উত্তেজিত নহয়। মৰমৰ পৰিক এবাৰ চোৱাৰ হেপাহখিনি কিবা এটা সত্তাই নাইকিয়া কৰি পেলাইছে। ওচৰতে বহি মাকে কান্দি আছে। একো জানিবলৈ কৌশিকৰ ইচ্ছা নাই আজি। তেতিয়া দিন নে ৰাতি তেওঁ ক'ব নোৱাৰে। বাহিৰত হয়তো হ'ব পাৰে

এন্ধাৰ ধুৱাই দিব পৰা ফৰিংফুটা জোনাক, নতুবা হ'ব পাৰে সোণ-হালধীয়া এটা তুপৰীয়া। হয়তো শৰতৰ এক মধুৰ আবেলি, তাৰ মৰমৰ পৰিজনীয়ে, কোনোবা সুন্দৰ যুৱকৰ লগত হাঁহিৰ ৰূপোৱালী নিজৰা বোৱাই দি জীৱন সাৰ্থক কৰিবলৈ বিচাৰিছে। বিচাৰকচোন, তাত তেওঁৰ কোনো আক্ষেপ নাই। আজি কৌশিকে যেন পাহৰি গ'ল যে তেওঁৰ কাৰণেই, তেওঁৰ মৰমৰ, তেওঁৰ আদৰৰ এজাক ছাত্ৰই দোধোৰ-মোধোৰ ভাব লৈ তেওঁৰ আৰোগ্যকে কামনা কৰি ৰৈ আছে বাহিৰত। তেওঁ আজি একোকে ভাবিবলৈ নিবিচাৰে। মাথোঁ বাট চাই আছে মৃত্যুলৈ। মৃত্যু······মৃত্যু······মৃত্যুৰেই হ'ল আজি কৌশিকৰ কামনা।

নাড়ীৰ গতি পৰীক্ষা কৰি ডাক্তৰজনে ছিস্টাৰগৰাকীক কিবা এটা ইঙ্গিত দিলে আৰু কৌশিকৰ ডিঙিৰপৰা মূৰলৈকে কাপোৰ এখন দি দিলে। এই সুযোগতে যেন কৌশিকৰ আত্মা উৰি গ'ল কোনোবা অজান দেশলৈ।

মৃত দেহ সৎকাৰ কৰিবলৈ যা-যোগাৰ কৰিছিল এজাক ছাত্ৰই। কৌশিকৰ মৰমৰ, কৌশিকৰ আদৰৰ ছাত্ৰই। কেইজন ছাত্ৰই সিহঁতলৈ চাই থকা পাপৰিলৈ চাইছিল তাচ্ছিল্যৰ চাৱনিৰে। কিছুমানে কৌশিকৰ বেহুঁচ হৈ যোৱা বৃদ্ধা মাতৃৰ কাষত বহি ৰৈছিল।

শেষবাৰলৈ সকলোৱে ধূপ-ধূনা আৰু ফুলেৰে কৌশিকৰ মৃত দেহক শ্ৰদ্ধাঞ্জলি জনালে। তেওঁলোকৰ কাষত ৰৈ সমবেদনা জনালে ডাক্তৰ আৰু ছিস্টাৰসকলে।

সোণ-হালধীয়া এটা তুপৰীয়া। কলিং বেল বাজি উঠাত আগন্তুকক চাবলৈ ওলাই আহিছিল এজনী ছোৱালী। বয়সে ৰূপত তাইৰ মুঠিয়ে মুঠিয়ে জেউতি চটিয়াইছিল। ব'দত বঙা পৰা যুৱকৰ মুখখন চাইছিল ছোৱালীজনীয়ে।

"কাৰোবাক বিচাৰিছেনেকি ?"



"হয়, ডাক্তৰ বৰুৱা আছে ?"

"দেউতা শুই আছে।"

"তেনেহ'লে মই আহোঁ। পিছত আকৌ আহিম।"

"ভাল বাৰু।"

ডেকাজন উভতি আহিছিল ঘৰলৈ। গাভৰুগৰাকী সোমাই গৈছিল ভিতৰলৈ। কিন্তু তুয়োৱে, তুয়োৰে তুখন ছবি আঁকি ল'লে মনতে। মধ্যবিত্ত পৰিয়ালৰ, তুখিনী মাতৃৰ একমাত্ৰ সন্তান ডেকাজন। ইঞ্জিনিয়াৰিং পঢ়ে। গাভৰু বিলাসপূৰ্ণ অভিজাত ঘৰৰ কন্যা। একাদশ শ্ৰেণীৰ ছাত্ৰী।

কৌশিক দত্তৰ শান্ত সবল সুগভীৰ চাৱনিটোক উপেক্ষা কৰিব নোৱাৰিলে পাপৰিয়ে। মন গ'ল তাইৰ কৌশিকক নিবিড়ভাৱে পাবলৈ। অমায়িক স্বভাৱৰ, মাৰ্জিত ব্যৱহাৰৰ কৌশিকক ভাল পোৱাত হকা-বধা নকৰিলে মাক-দেউতাকে। কিন্তু যিদিনা মটৰ তুৰ্ঘটনাত ধুনীয়া কৌশিকৰ এখন ভৰি পঙ্গু হৈ গ'ল, সেই দিনাৰেপৰা কৌশিক-পাপৰিৰ সম্বন্ধটো পাপৰিহঁতৰ ঘৰৰ কোনেও ভাল নোপোৱা হ'ল আৰু আহি পৰিল এক অভূতপূৰ্ব পৰিৱৰ্তন। আকাশ ঢৌৱাই যোৱা পাপৰিৰ উজ্জ্বলতাখিনিৰ কাষত পঙ্গু কৌশিক ম্লান হৈ গ'ল।

বহুত দিনৰ মূৰত এদিন কৌশিক ঘৰলৈ গৈছিল দোষী দোষী ভাব লৈ। পাপৰিয়ে পিছ ফালৰপৰা মুদাই ধৰা চকুযোৰৰপৰা হাত তুখন আলফুলকৈ আঁতৰাই দি বেদনাসিক্ত চকুযোৰেৰে তাইলৈ চাই কৈছিল, "পৰি !"

"ও, মই জানো, তুমি মোক বেয়া পাইছা ! বহুত দিনতো মই তোমাক চাবলৈ আহিব পৰা নাই।······

অলপ ৰৈ তাই আকৌ কৈছিল, "মোৰো মনৰ অৱস্থা ভাল নহয়। মেডিকেল পঢ়িবলৈ পাপাই মোক দিল্লীলৈ পঠাব খুজিছে। মেডিকেল পঢ়িবলৈ যেন সকলো দিল্লীলৈ যায় !"

কৌশিকে বুজিছিল পাপৰিয়ে কথাখিনিৰ মাজেদি ঘৰৰ দোষবোৰ

লুকুৱাই ৰাখিব খুজিছে। সি কৈছিল, "নহয় পৰী, তুমি পাপাৰ কথা শুনা। মেডিকেল পঢ়িবলৈ সকলো দিল্লীলৈ নেযায়, সঁচা। কিন্তু পঙ্গু ল'ৰা এটাক পাহৰিবলৈ দিল্লীলৈ কিয়, প্ৰয়োজন হ'লে পৃথিৱীৰ ইটো মূৰলৈও যাব লাগিব। মইতো পৰী……কেতিয়াও ভবা নাছিলো……"

"নেকান্দিবাঁ!" চকুপানীখিনি কৌশিকৰ চকুৰপৰা মচি দি পাপৰিয়ে নিজৰ চকুপানীখিনি মচি লৈছিল। "তুমি প্ৰাইভেটকৈয়ে এম্.এ.-টো দিয়া, তুমি পাৰিবা। ইঞ্জিনিয়াৰিং পঢ়িবলৈ তোমাৰ কষ্ট হ'ব।"

পাপৰিৰ ইচ্ছাখিনি ফুল হৈ ফুলিছিল; কাঁইট হৈ বিন্ধিছিল। প্ৰথম শ্ৰেণীত প্ৰথম হৈ ইংৰাজী বিষয়ত উত্তীৰ্ণ হৈছিল কৌশিক। আৰু এই চাৰি বছৰে সি কটন কলেজত অধ্যাপনা কৰিছে। মাকৰ মৰম আৰু ছাত্ৰৰ শ্ৰদ্ধা-ভক্তিয়ে তেওঁক সমল যোগাইছিল পাপৰিক পাহৰি থাকিবলৈ। তথাপি ব্যস্ত জীৱনৰ ফাকে ফাকে তাৰ মনত পৰিছিল পাপৰিলৈ। এম্.এ.-ৰ ৰিজাল্ট ওলাওঁতে তালৈ এখন গ্ৰিটিংছ্ টেলিগ্ৰামৰ বাহিৰে এটা আখৰো লিখা নাছিল পাপৰিয়ে। পাপৰিয়ে তাক পাহৰা নাই। পাপৰি আঁতৰি নোযোৱা হ'লে, যাব নোৱৰা হ'লে, সিয়ে দুখ পালেহেঁতেন বেছি। সুখৰ মাজেৰে দুখ পোৱাতকৈ, দুখৰ মাজেৰে সুখ পোৱাটো বহুত বেছি শ্ৰেয়ঃ—বহুত বেছি।

অৱশ শৰীৰটো খুব কষ্ট কৰি বিচনাৰপৰা নমাই পাপৰিয়ে খিৰিকীৰ কাষত বৈ…হিছিল। অসীম আকাশৰ তলত উৰিলে এক স্বপ্নাতুৰ বিহঙ্গ। ঠিক যেন কৌশিকেই উৰা মাৰিছে এক নতুন জীৱনৰ সন্ধানত। সীমাহীন হাহাকাৰত তাইক জীয়াই থাকিবলৈ দি যেন কৌশিক খুব তৃপ্ত।

# অভিশপ্তা

এয়েতো জীৱন তাইৰ! এই জীৱনত বিষাদ থাকিলেও বেদনা নাই। ব্যৰ্থতাৰে জীৱনটো উপচি পৰিলেও তাৰ কোন গ্লানি নাই। সকলো হেৰুওৱাতো তাই কোনো দিনেই বিচৰা নাই। সকলোতে পৰাজিত হৈও তাই কোনোদিনেই বিদ্ৰোহ কৰিবলৈ শিকা নাই। আৰু চকুযোৰে……ও, কান্দি কান্দিও তাইৰ এই চকুযোৰৰ পানীবোৰ শেষ হৈ যোৱা নাই।

আজিৰপৰা ঠিক চাৰি বছৰৰ আগতে এনেকুৱা এটা দিনতে তাই গুচি আহিছিল ইয়ালৈ। অতীতৰ সকলো স্মৃতি নিৰ্মমভাৱে মনৰপৰা মচি পেলাবলৈকে তাই ইয়ালৈ আহিছিল।

দিনবোৰ ভালদৰেই চলি গৈছিল। আনন্দ নেথাকিলেও শান্তিতো আছিল। ছিস্টাৰ মাৰ্থাৰ অকণমানি স্কুলখনত তাইৰ দিনবোৰ ভালভাৱেই পাৰ হৈ গৈছিল। সৰু সৰু ল'ৰা-ছোৱালীবোৰৰ হাঁহি-ভৰা মুখবোৰে বিষাদৰ মাজতে তাইৰ মনলৈ এধানমান শান্তি আনি দিছিল। তাইৰ অশান্ত জীৱনৰ সমস্ত গ্লানি পাহৰি যাবলৈ অৱকাশ পাইছিল।

কিন্তু আকৌ কিয় তেওঁৰ লগত এইদৰে দেখা হৈ গ'ল? কিয় এই গতানুগতিক জীৱনটোৰ ছন্দ আকৌ দ্বিতীয় বাৰলৈ হেৰাই যাবলৈ বিচাৰিলে!

সুৰভিয়ে মেঘাচ্ছন্ন আকাশখনলৈ চাইছিল। শ্ৰান্ত, ক্লান্ত সুৰভি। তথাপি টোপনি নাহে চকুলৈ। অসমাপ্ত ডায়েৰিৰ পাতত এটোপাল দুটোপালকৈ চকুলো সৰি লিখি যোৱা আখৰবোৰ মচি পেলাইছিল। আজি……আৰু টোপনি নাহে সুৰভিৰ। অৱশ্যে টোপনি তাইৰ কোনোদিনেই সহজে নাহে।

সেইদিনা নিজৰ শ্ৰেণীলৈ তাই সোমাই গৈছিল। দেখিছিল ছিস্টাৰ মাৰ্থাক এজন ভদ্ৰলোক আৰু এগৰাকী ভদ্ৰমহিলাৰে সৈতে। লগত আছিল বগা ধুনীয়া সুগোল মুখৰ, কেঁকোৰা চুলিৰ এজনী অকণমানি ছোৱালী। মানুহগৰাকীও বেছ্ চকুত লগা। অকণমানি ছোৱালীজনীক হয়তো তাইৰ শ্ৰেণীত ভৰ্তি কৰা হৈছে। মানুহ-জনক দূৰৈৰপৰাই চিনি পাইছিল সুৰভিয়ে। সেয়েহে ছিস্টাৰ মাৰ্থাই চিনাকি কৰি দিয়াৰ আগতে তাই আঁতৰি আহিছিল। লগে লগে তাই তাইৰ শ্ৰেণীলৈ আন এগৰাকী ছিস্টাৰক পঠিয়াই তাইৰ গা বেয়া বুলি ছিস্টাৰ মাৰ্থালৈ খবৰ পঠাইছিল।

এইদৰে মাজে মাজে অৰিন্দমৰ লগত তাইৰ দেখা হয়। তেওঁক দেখাৰ লগে লগে তাইৰ সমস্ত চেতনা মুহূৰ্তৰ বাবে বোবা গৈ গ'লেও সদায়ে সুৰভিয়ে নিজকে চম্ভালি লৈছিল। বগা সাজ-যোৰৰ মাজত লুকাই থকা সুৰভিজনীক হয়তো অৰিন্দমে চিনি পোৱা নাছিল। পালেও হয়তো মাতিবলৈ সাহ কৰা নাছিল; হয়তো দ্বিধাবোধ কৰিছিল। হয়তো তাৰ সেই চঞ্চল মনৰ ৰাংঢালী সুৰভিজনীয়ে বগা কাপোৰৰ তলত লুকাই নিজৰ ওপৰতে কঠোৰ ব্যৱহাৰ কৰিব বুলি সি ভাবিব পৰা নাই। প্ৰথমতে এনেকুৱা এটা জীৱনৰ ৰীতি-নীতিবোৰ, এনেকুৱা ত্যাগবোৰ তাৰ অসহ্য লাগিছিল। প্ৰথমতে যেতিয়া খ্ৰীস্টিয়ান ধৰ্ম লয়, তেতিয়া প্ৰত্যেকটো নিয়ম মানোতে তাই লগৰবিলাকক কৈছিল, "অ, ডিছ উড্ বি মাই ৰাটাৰ্লু!" কিন্তু তাইৰ লগৰ নান্‌বিলাকৰ মনৰ স্থিৰতাই, সিহঁতৰ গাম্ভীৰ্যই তাইৰ মনক উৎসাহ যোগাইছিল আৰু ক্ৰমান্বয়ে তাই মনটোক এক পৰিধিৰ ভিতৰত সীমিত কৰি ৰাখিব পাৰিছিল।

নিজৰ মনটোক এইবোৰ কথা ভাবিবলৈ বাধা দিছিল সুৰভিয়ে, কাৰণ এনেকুৱা এটা জীৱনত এনেকুৱা কথা ভবাটোওযে পাপ। তথাপি ভাববোৰে বাধা মনা নাছিল। বহুত দিনৰ বহুত স্মৃতিয়ে



মনৰ দুচকুত ভিৰ পাতিছিলহি! কত হাঁহি, কত কান্দোন, কত প্ৰতিশ্ৰুতিৰ আছিল সেই দিনবোৰ!

যৌৱনৰ দুৱাৰদলিত ভৰি দিওঁতে চিনাকি হৈছিল সুৰভি-অৰিন্দমৰ। জীৱনক লৈ বহুত বিলাস কৰাৰ, বহুত কল্পনা কৰাৰ বয়স আছিল সেয়া।

অৰিন্দমৰ ঘৰৰ অৱস্থা সিমান ভাল নাছিল। দেউতাকৰ মৃত্যু হোৱাত কম বয়সতে ঘৰৰ বোজা সি মূৰ পাতি ল'ব লগীয়া হৈছিল। পঢ়া-শুনাতে বেছি দূৰ আগুৱাব পৰা নাছিল। কিন্তু......আজি অৰিন্দম ডাঙৰ মানুহ। অন্ততঃ দেখাত তেনেকুৱা যেনেই লাগে। ছিস্টাৰ মাৰ্থাক সুধি গম পাইছিল যে অৰিন্দম কোনোবা এখন ডাঙৰ ইউৰোপীয় চাহ-বাগিচাৰ মেনেজাৰ।

বহুত বছৰৰ আগৰ কথা। এদিন আবেলি। প্ৰথম বিভাগত সুৰভিয়ে প্ৰৱেশিকা পাছ কৰিছিল। সুৰভিয়ে অৰিন্দমক বাটত লগ ধৰিছিল। বেষ্টুৱাঁ এখনত সোমাইছিল দুয়ো। অৰিন্দমে দেখিছিল সুৰভিৰ চকুত পানী।

সি সুধিছিল, "কি হল সুৰ? তোমাৰ চকুত পানী! কান্দিছা কিয়? কি হ'ল?......বিয়া পাতিছেনেকি? অথনি তোমালোকৰ ঘৰৰ আগেদি পাৰ হৈ আহোঁতে বহুত মানুহ দেখিলো!......

সুৰভিয়ে মূৰ দুপিয়াইছিল মাথোন।

"নেকান্দিবাঁ......"

তবু মনে ৰেখো যদি দূৰে চলে যায়
যদি পুৰাতন প্ৰেম ঢাকা পৰে যায়
নতুন প্ৰেমেৰ ঝড়ে
যদি থাকি কাছাকাছি
দেখিতে না পাই ছায়াৰ মত আছি না আছি
তবু মনে ৰেখো।"

"তুমি চাগে ভালেই পাইছা।" সুৰভিয়ে অভিমান কৰিছিল।

অৰিন্দমে সুৰভিৰ চকুলো মচি দি কৈছিল, "ওহো……ভাল পোৱা নাই সুৰ!……কিন্তু তোমাৰ চকুত পানী মই সহ্য কৰিব নোৱাৰোঁ।"

"তোমাকযে মই কিমান ভাল পাওঁ……তুমি নেজানা অৰুদা……।"

"কিন্তু সুৰ, ভালপোৱাটো আৰু ভাল পাই বিয়া কৰিব পৰাটো বৰ টান কথা সুৰ!"

"কিন্তু তুমিয়েতো কৈছিলা।" সুৰভিৰ চকুৰ দুটোপাল অশ্ৰু অৰিন্দমৰ হাতত পৰিছিল।

"হু……মইতো কৈছিলো। কল্পনা-প্ৰৱণ আমাৰ মনবোৰে বহুতেই কয়……বহুতেইতো বিচাৰে……তুমি যদি আহা আজিয়েই গুচি আহাঁ সুৰ!……মই মোৰ সাধাৰণ সামৰ্থ্যেৰে তোমাক সুখী কৰিম সুৰ! তুমি মাথোঁ গুচি আহাঁ।"

কিন্তু তাই কেনেকৈ গুচি আহে? এফালে মাক-দেউতাকৰ মৰম……আনফালে অৰিন্দম! প্ৰত্যুত্তৰত একো ক'ব নোৱাৰি সুৰভিয়ে মাথোঁ কান্দিছিল।

সুৰভিৰ কোমল মনৰ ভীৰু ভাল পোৱাই অৰিন্দমৰ মনৰ সুপ্ত হৈ জলি থকা জুইকুৰাক জলাই তুলিছিল। তাক যদি সঁচাকৈয়ে ভাল পায়, তেনেহ'লে কিহৰ কাৰণে এই দ্বিধা?

সুৰভিৰ এতিয়াও মনত আছে। এদিন সুৰভিয়ে অৰিন্দমক মাক-দেউতাক আৰু ককাদেউৰ তাইলৈ থকা মৰমৰ কথা কওঁতে সি কৈছিল, "গুলী মাৰাঁ! I love you so much that forty thousand brothers with all their quality of love cannot make up the sum."

আৰু এদিন কলেজলৈ যোৱাৰ বাটত সি সুৰভিক লগ ধৰিছিল। একো নকৈ তাই কিতাপৰ মাজৰপৰা এখন চিঠি উলিয়াই দিছিল। চিঠিখনত সুৰভিয়ে লিখিছিল বহুত কিবা-কিবি। তাই



লিখিছিল, "ক্ষমা কৰিবাঁ অৰুদা; তোমাক মই বহুত ভাল পাওঁ, কিন্তু দেউতাহঁতকোতো মই কম ভাল নেপাওঁ!"

অৰিন্দমলৈ তেনেকৈ লিখি সুৰভিয়ে মাক-দেউতাকে দিয়া দৰাৰ লগত বিয়া হ'বলৈ বৈ থকা নাছিল। আনবোৰ ছোৱালীৰ দৰে সুৰভি প্ৰেমত পৰিছিল; এজনক নিবিড়ভাৱে ভাল পাবলৈও শিকিছিল। সকলো ছোৱালীৰ দৰে এজন স্বামীৰ, নিজা এখন ঘৰৰ সপোনো দেখিছিল। কিয়বা নেদেখিব? যি বাৰিষাৰ মেঘে বৰষুণ আনিব নোৱাৰে, তাৰ সাৰ্থকতাই বা ক'ত?

তাই জানে অৰিন্দম বৰ সুখী। বগা গোল মুখৰ অৰিন্দমৰ ধুনীয়া ছোৱালীজনীলৈ চাই তাই বহুত কিবাকিবি ভাবে। ছিস্টাৰ মাৰ্থাক বহুত কোৱাৰ পিছত, তাই আন এখন ছহৰ, আন এখন স্কুললৈ ট্ৰেঞ্চফাৰ হৈছে। কাইলৈ তাই যাবগৈ। অৰিন্দমৰ লগত হয়তো তাইৰ কোনো দিনেই দেখা নহ'ব!

স্তব্ধ হৈ বহি আছিল সুৰভি। ও, তাই আৰু একো নেভাবে! এৰি অহা দিনবোৰ অতীতৰ গহ্বৰত লীন হৈ যাওক। সৰু সৰু হাঁহি-ভৰা মুখবোৰ চায়েই তাই নিজৰ বেদনাখিনি পাহৰি যাব। অৰিন্দম সুখেৰে থাকক।

অৰিন্দমে কোনো দিনেই নেজানিব বগা কাপোৰৰ আঁৰত লুকাই থকা, সেই চিনাকি চিনাকি লগা মুখখনেই তাৰ মৰমৰ সুৰৰ, সুৰভিৰ বুলি। জানিলেও হয়তো একো অনুভৱ নকৰিব—তেওঁৰ অন্তৰত হয়তো সুৰভিৰ কাৰণে অকণোঠাই নাই।

চিমলাৰ বুকুলৈ তেতিয়া এন্ধাৰ নামিছে, চৰাইবোৰে ঘৰলৈ বুলি বাট লৈছে। সিহঁত সকলোৰে এটা এটা সৰু সৰু ঘৰ আছে। সুৰভিৰ নাই।……একোৱেই নাই। স্বপ্ন নাই, আনন্দ নাই। আছে মাথোঁ এক অনন্ত শূন্যতা। সকলো হেৰুৱাৰ বেদনাৰ তীব্ৰতা।

# যোগ-বিয়োগ

কফি ৰঙৰ সৰু ফিয়েটখন এজাক ধূলি-ধুমুহাৰ সৃষ্টি কৰি আঁৰ হৈ গৈছিল ৰাগিণীৰ চকুৰ আগেদি। ৰুদ্ধ দৃষ্টিৰে সমুখলৈ চাই ৰৈছিল ৰাগিণী, উদাস দৃষ্টিৰ পটত ভাহি উঠিছিল কেইবাখনো অঁকা-নঅঁকা ছবি। ছবিকেইখন সম্পূৰ্ণ কৰি তুলিবলৈ বৰ কষ্ট হৈছিল তাইৰ। তথাপিও······তথাপিও······এই কষ্টখিনিতে যেন বহুত আনন্দ উপভোগ কৰিছিল ৰাগিণীয়ে। স্মৃতিবোৰ, বৰ বেদনাদায়ক······বৰ কষ্টকৰ।

অৱশেষত,—সঁচাকৈয়ে ৰাকেশে তাহাঁতৰ মৰমৰ বান্ধোন সোলোকাই ঘৰৰপৰা আঁতৰি গ'ল। বৃদ্ধা মাতৃৰ মৰমৰ ডোলে,—বিধৱা বায়েকৰ স্নেহৰ এনাজৰীৰ মাজত আবদ্ধ হৈ থাকিব নোৱাৰিলে ৰাকেশ। এতিয়াযে এই মৰমৰ কোনো প্ৰয়োজন নাই। কিন্তু ডাঙৰ ককায়েক ৰাজেশৰ মৃত্যুৰ দিনা, একমাত্ৰ মৰমৰ ভনীয়েক ৰশ্মি ঘৰৰপৰা আঁতৰি যোৱাৰ দিনা, তাহাঁতক নিৰ্ভৰতাৰে, নিশ্চয়তাৰে ৰাকেশে কিয় সান্ত্বনা দিছিল? সৰুৰপৰাই জ্ঞানীৰ দৰে কথা কোৱা আৱেগ-অনুভূতিপূৰ্ণ ৰাকেশটো কিয় ইমান ৰূঢ় হৈ পৰিল? দুবছৰ চাকৰি কৰোঁতে কিয় তাৰ এনে পৰিৱৰ্তন হ'ল? কিয় পাহৰি গ'ল কোনে তাক নিজৰ ভৰিৰ ওপৰত থিয় হ'ব পৰা অৱস্থালৈ আনিলে? ডাঙৰ ককায়েক ৰাজেশৰ মৃত্যুৰ পিছত কোনে ইমান দূৰ ঘৰখনৰ বোজা বহন কৰি আনিলে? প্ৰত্যেক দুৰ্ঘটনাৰ পিছত নিস্তেজ ঘৰখনলৈ বংবোৰ সজীৱ কৰিবলৈ তাই কিমান চেষ্টা কৰিছিল, কিন্তু কৰা নহ'ল কোনোদিনেই।

আৰু ৰশ্মিয়ে? তাই জানো তাইক কম আঘাত দিছে! তাইৰ একমাত্ৰ ভনীয়েক ৰশ্মি, সকলোৰে মৰম পাই পাই কালৈকো ভয়



নকৰা হৈছিল। যিহকে কৰোঁ বুলি কৈছিল তাকেই কৰিছিল ৰশ্মিয়ে, ডাঙৰ হৈ অহাৰ লগে লগে আৰম্ভ হৈছিল অবাধ চাল-চলন। উদ্ভৱ হ'ল কথা-বতৰাৰ বেলেগ ধৰণ, নীতি-নিয়মৰ আৰু ······এদিন, প্ৰকাশ কাপুৰ নামৰ এজন পঞ্জাবী যুৱকৰ লগত দূৰলৈ গুচি গৈছিল ৰশ্মি। কামাখ্যা সাক্ষী কৰি ৰশ্মি-প্ৰকাশৰ বিয়া হৈছিল; ঘৰলৈ ক্ষমা বিচাৰিও আহিছিল ৰশ্মিহঁত, কিন্তু মাক আৰু বায়েকক বাধা দিছিল ৰাকেশে। খঙত জলি উঠিছিল ৰাকেশে, কিন্তু এতিয়া নিজেই কি কৰিলে ৰাকেশে?

ৰশ্মি, প্ৰকাশ, ৰাকেশ—সিহঁত সকলোৱেই হৈছে বেলেগ এখন পৃথিৱীৰ মানুহ, এই পৃথিৱীত স্থান নাই ৰাগিণীহঁতৰ। আদৰ্শেৰে মানুহ মহীয়ান হ'ব পাৰে বুলি নেভাবে ৰশ্মিহঁতৰ ৰঙীন স্বাৰ্থপৰ পৃথিৱীখনে। এয়া যুগৰ পৰিৱৰ্তনৰ লগে লগে মানুহৰ মনবোৰৰো বং সলনি হৈছে, এয়া ৰশ্মিৰ দোষ নহয় তথাপি মানুহ কেনেকৈ ইমান স্বাৰ্থপৰ হ'ব পাৰে?

ভনীয়েকৰ ভয় লগা ধৰণ-কৰণবোৰে কেতিয়াবা মাজে মাজে ৰাগিণীক নতুন পৃথিৱীখনৰ কথা সোঁৰৰাই দিছিল, তথাপি তাই নিজকে পাহৰাই ৰাখিছিল,—কাৰণ ৰশ্মিয়েই যে তাইৰ মৰমৰ ভনীয়েক। এদিন ৰশ্মিয়েও তাইক বহুত কিবা-কিবি কৰি দিছিল —তাইৰ দুখত কান্দিব পাৰিছিল। হাঁহিৰো ভাগ লৈছিল। আজি কিন্তু সেই সকলোবোৰ পাহৰি পেলালে! ৰশ্মিক ক্ষমা কৰি দিছিল ৰাগিণীয়ে, বিশেষ ধৰণৰ দোষতো কৰা নাই তাই। তাই বুজিছিল যে ঘৰখনৰ পৰিৱেশে তাইক সামাজিক ৰীতি-নীতিৰে, শিৰত সেন্দূৰৰ ৰেখা উজলাই যোৱাত বহুখিনি পলম কৰাব। সেয়ে হয়তো তাই সেই ধৰণেৰেই বিয়া হৈ যোৱাটোকে শ্ৰেয়ঃ বুলি ভাবিলে।

ৰাগিণীৰ মানস-পটত ভাহি উঠিছিল এখন ছবি। সেইদিনা তাইৰ খুব জ্বৰ। তাইৰ কাষত বহি আছিল ৰাকেশ, মাক আৰু ৰাগিণীৰ

মৃত ককায়েক ৰাজেশৰ বিধৱা পত্নী উৰ্মিলা, আৰু খুব কাষতে বহি আছিল গৌতম।

ঘৰৰপৰাই লৈ যোৱা উজ্জ্বল কপালৰ ফোঁটটো, উজ্জ্বল মুখৰ ধুনীয়া হাঁহিটো হেৰুৱাই স্বামীগৃহৰপৰা তাই ঘূৰি আহিছিল। ওঠৰ-বছৰীয়া ৰাগিণীজনীৰ যেন সেইকেইমাহতে বহুত সলনি হৈ গ'ল।

গৌতমে ৰাগিণীৰ মুখখনলৈ চাই ৰৈছিল ; কাঁহ পৰি জীণ যোৱা নীৰৱতাখিনি ভেদ কৰি সাজি-কাচি ওলাই আহিছিল ৰশ্মি, চকুত চাট্ মাৰি ধৰা তাইৰ ৰূপ। আহিয়েই তাই মাকক কেইটামান টকা খুজিছিল। উদাস দৃষ্টিৰে বাহিৰলৈ চাই ৰৈছিল গৌতম আৰু নবৌৱেক উৰ্মিলা।

ৰশ্মিলৈ চোকা দৃষ্টি নিক্ষেপ কৰি ৰাকেশে তাইক বাহিৰলৈ মাতি নিছিল আৰু কৈছিল, "আজি এসপ্তাহ হৈছে ভিনদেউ ঢুকুৱাৰ, বাইদেউৰ জ্বৰ কমাৰ কোনো লক্ষণ নাই। আজি মিউজিক্ কনফাৰেঞ্চলৈ নগ'লে নহ'বনেকি?" সচেতন হৈ আছিল ৰাগিণী। ৰশ্মিৰ টান মাতটো তাই শুনিছিল। "কোন ঢুকাল, কি হ'ল, তাৰ হিছাপ লৈ থাকিলেতো নহ'ব।" ৰশ্মিৰ কথাষাৰে ৰাগিণীৰ কাণত হুলে ফুটাদি ফুটিছিল। এয়া মাথোঁ আৰম্ভণি······আৰুবা কি শুনিব লগীয়া আছে? তথাপি ভায়েকৰ কথাবোৰে তাইক সান্ত্বনা দিছিল বহুতখিনি, বৈ অহা চকুলোবোৰ মচি দিছিল গৌতমে। ডাঙৰ হুমুনিয়াহ এটা কাঢ়িছিল মাকে। পৰিস্থিতিটো সহ্য কৰিব নোৱাৰি আঁতৰি গৈছিল উৰ্মিলা। বেদনাসিক্ত নবৌৱেকৰ চকুযোৰে ৰাগিণীক সোঁৱৰাই দিছিল মৃত ককায়েকৰ সৰল গভীৰ মুখখনি।

"ৰাণী", কাবোবাৰ মাতত চঁক্ খাই উঠিছিল ৰাগিণী। ঘূৰি চাই দেখিছিল গৌতমক। ব্যস্ত জীৱনৰ ফাঁকে ফাঁকে গৌতমে তাইৰ খবৰ লৈছিলহি। ৰাগিণীৰ মনত অতীতৰ কৰুণ স্মৃতিৰ প্ৰচণ্ড জোৱাৰ উঠিছিল। যিদিনাখন ডাঙৰ সামৰিক বিষয়া নীলিম বৰুৱা তাইক চাবলৈ আহিছিল, অভিমানেৰে ভৰি পৰিছিল ৰাগিণী।



নীলিমৰ লগত বিয়া হ'বলৈ কওঁতে তাই গৌতমক কৈছিল, "গৌতম, তুমি মোক কিয় নবুজিলা? তেনেহ'লে······তুমি মোক কিয় ইমান মৰম কৰিছিলা? মোক আন এখন অচিনাকি পৃথিৱীলৈ পঠিয়াই দিবলৈ বিচাৰিছা?" তাইৰ কথাৰ কোনো উত্তৰ নিদি গৌতমে মাথোঁ চাই ৰৈছিল তাইৰ মুখলৈকে। বহুত পৰ পিছত মাথোঁ কৈছিল, "ৰাণী, নীলিমে তোমাক মোতকৈ বহুত সুখী কৰিব পাৰিব। তুমি সুখী হোৱাটোকে যে মই সদায়ে বাঞ্ছা কৰোঁ।" —আৰু এই সুখৰ পৰিণতি তাই পালে দুবছৰৰ পিছতে।

তন্ময় হৈ কিবা ভাবি থাকোঁতেই তাইৰ কাষৰপৰা গৌতম আঁতৰি গৈছিল। ৰাজেশৰ মৃত্যুৰ পিছত সামান্য এটা চাকৰি কৰি তাই ঘৰখন চলাই আহিছে। ৰাকেশতে তাইৰ অলপ আশা আছিল। সিও আঁতৰি গ'ল। ইফালে মাক শয্যাশায়ী। অ' গৌতমটো বাৰু কেনি গ'ল? নিশ্চয় মাকৰ ওচৰলৈকে।

নীলিম আৰু তাইৰ বৈৱাহিক জীৱনৰ জীয়া স্মৃতি হ'ল ৰাধা। যোৱা মাহত তাই আঠ বছৰত ভৰি দিলে, কিন্তু আজিলৈকে তাইৰ মুখত এটা মাত নফুটিল। ঠিক যেন কুন্দত কটা, এক অপৰূপ প্ৰস্তৰ-মূৰ্তিহে।

ৰাধাৰ কথা ভাবিয়েই তাই লৰ মাৰিছিল তাইৰ শোৱনি কোঠালৈ। ৰাধাৰ কাষত বহি আছে গৌতম। মনে মনে বহি থকা ৰাধাৰ দুহাতত আছিল দুটা চক্লেটৰ পেকেট। পেকেট কেইটা হাতত লৈ, তাই একান্ত মনেৰে চাই ৰৈছিল গৌতমলৈ।

# হেৰোৱা উচুপনি

তেতিয়া বেৰৰ ওপৰত ওলমি থকা ডাঙৰ ৱাল-ক্লকটোৱে বাতি বাব বজাৰ জাননী দিছিল। পৰীক্ষা শেষ নোহোৱা হোস্টেলৰ ছোৱালীবোৰ তেতিয়াও পঢ়ি আছে। কিছুমানে পঢ়া টেবুলত কিতাপ আগত লৈ টোপনিয়াইছে। অথচ সিহঁতৰ মূৰত আছিল পিছদিনা-খনৰ পৰীক্ষাৰ চিন্তা। পিছদিনাখন পৰীক্ষা থকা সত্ত্বেও তৃষ্ণা আৰু ৰীতাই কথা পাতি আছিল। তৃষ্ণাৰ অৱশ্যে অলপ খঙো উঠিছিল ৰীতাৰ ওপৰত, উঠাৰ কথাই। সেয়েহে তাই কৈছিল ৰীতাক, "ৰীতা, তই বাৰু কিয় ভাবি আছ এইবোৰ কথা? মোলৈকে চাচোন। কেইটাক সাদৰি ল'লো। কেইটাক আঁতৰাই পঠালো। তথাপি মোক জানো তই কেতিয়াবা এখন্তেক দুখ কৰা বা চিন্তা কৰা দেখিছ? এইবোৰ এদিন আহিছিল, আকৌ আহিব। সেইবোৰ কথা নেভাবিবি। খুব ভালকৈ পঢ় যাতে কাইলৈ পেন্ লৈ বহি থাকিব নেলাগে। জান, নাথিং ইজ ছ' হাৰ্ম্‌ফুল টু গুড্ ৱৰ্ক দেন্ ইমছনেল ডিস্টাৰ্বেঞ্চ্।"

উত্তৰত ৰীতাই কৈছিল, "ভাবিযে লাভ নাই মই সেই কথা খুব সুন্দৰকৈ জানো। কিন্তু মনলৈ অহা ভাববোৰক জানো তই বাধা দিব পাৰ? সৰুৰেপৰা সুন্দৰকৈ চলি অহা মোৰ জীৱনটোতযে এনেকৈ আউল লাগিব মই ভাবিব পৰা নাছিলো। কৌশিকদাৰ চিঠিখনে মোক সঁচাকৈয়ে ডাঙৰ চঁক্ খুৱালে।"

কথাবোৰ পাতল কৰিবলৈ তৃষ্ণাই কৈছিল হাঁহি হাঁহি, "মোৰ পৰীক্ষাটো শেষ কৰিবলৈ দে। সকলো ঠিক হৈ যাব।"

"তুমি পঢ়া দেই। মই অলপ শোওঁ" বুলি কৈ ৰীতাই বিচনাত



বাগৰ দিলে। তাই ভাবিছিল বহুত কথা। কৌশিকে বাৰু তাইক এইদৰে কিয় ভুৱা দিলে?

অকৃত্রিমভাৱে ৰীতাই এই পাঁচ বছৰে কৌশিকক ভাল পাইছিল। হয়তো কৌশিকেও তাইক ভাল পাইছিল তেনে ধৰণেই। জীৱনৰপৰা কৌশিকে ৰীতাক বাদ দিলেও ৰীতাই বাদ দিব নোৱাৰে।

আৰু ভাবিছিল ৰীতাই, পৰীক্ষাৰ সময়ত সদায়ে উৎসাহ যোগোৱা কৌশিকে বাৰু এইবোৰ কথা কিয় লিখিব লাগিছিল? দুদিন পিছততো লিখিব পাৰিলেহেঁতেন। কৌশিক গৈছিল দুবছৰৰ আগতে লণ্ডনলৈ উচ্চ শিক্ষাৰ কাৰণে, ঘূৰি আহি ৰীতাক বিয়া কৰোৱা প্রতিশ্রুতি দি। কিন্তু প্রতিশ্রুতি ৰখা নাছিল কৌশিকে। অত বছৰে পুহি অহা ৰীতাৰ আশাবোৰ চূৰমাৰ কৰি দিছিল চুলি কটা, পেণ্ট্‌ছ পিন্ধা এজনী গাভৰুৱে। চিঠিখনত কৌশিকে ৰীতালৈ তাইৰ কথাকে লিখিছিল। বিদেশলৈ গৈ কৌশিকে চিঠি দিছিল প্রথমতে এমাহৰ মূৰত এখন, তাৰ পিছত দুমাহৰ মূৰত আৰু লাহে লাহে বহুত মাহৰ মূৰত, তাৰ পিছত আহিছিল ৰীতালৈ এখন চিঠি। চিঠি লিখিবলৈ এলাহ কৰা কৌশিকৰ চিঠি নেপাই ৰীতাই চিন্তা কৰা নাছিল। অৱশ্যে তাইৰপৰা কৌশিকলৈ গৈছিল সপ্তাহত দুখনকৈ চিঠি।

চিঠিত কৌশিকে লিখিছিল সেই ছোৱালীজনীৰ কথা। কৌশিকে লিখিছিল যে মেৰিলিনক পাই সি খুব সুখী। অসমলৈ হয়তো সি কোনোদিনেই ঘূৰি নাহিব। কাৰণ তাত সি বিচাৰি পাইছে কল্পনাৰ ৰঙীন দিনবোৰ। ৰীতাক দুখ কৰিবলৈ সি মানা কৰিছে। তাৰ দৰে আন এজনক আপোন কৰি লোৱাৰ সাহস ৰীতাৰো আছে বুলি সি ভাবিছে। কিন্তু এবাৰলৈও জানো কৌশিকে ভাবি চালে ৰীতা আনবোৰ ছোৱালীতকৈ অলপ বেলেগ বুলি। ওঁহো, এবাৰো নেভা-বিলে কৌশিকে। চিঠিৰ লগত কৌশিকে পঠাইছিল মেৰিলিনৰ একপি ৰঙীন ছবি। ৰিলৰ। ৰীতাই ধৈৰ্য্যৰে চাইছিল ফটোখন।

ফটোত ঈষৎ হাঁহি থকা মেৰিলিনে হাঁহিৰ মাজেৰে যেন ৰীতাক কৈছিল, "চোৱাঁ তোমাৰ মৰমৰ কৌশিকক মই খুব সহজেই তোমাৰ-পৰা আঁতৰাই আনিলো।"

ৰীতাৰ কাষত বহি কিতাপ পঢ়ি থকা তৃষ্ণালৈ চাইছিল ৰীতাই। কিতাপখন আগত লৈ তাই দেখোন কিবা ভাবিহে আছে। কি ভাবিছে বাৰু? ৰীতাৰ কাৰণে তৃষ্ণা আছিল কোনোদিনে বুজিব নোৱৰা এটি সাঁথৰ। ৰীতাৰ দৰে সৰুৰেপৰাই তৃষ্ণাই ভাল পাইছিল কল্যাণক। কিন্তু কিবা কাৰণত সিহঁতৰ মনোমালিন্য হৈছিল। কিন্তু তাত তৃষ্ণাক দুখ কৰা দেখা নাছিল। তাই কৈছিল, সি যদি মোক ইমান কষ্ট দিবলৈ ভাল পাইছে, তেনেহ'লে তাইনো অযথা তাত দুখ কৰাৰ প্ৰয়োজন ক'ত থাকিব পাৰে? দুখ তাই কেতিয়াও নকৰে। কল্যাণৰ সকলো চিঠি, সকলো উপহাৰ, সকলো ফটো তৃষ্ণাই পুৰি পেলাইছিল। বৈ যোৱা ছাইখিনি সযতনে এখন কাগজত তুলি তৃষ্ণাই কৈছিল, "চোৱাঁ ৰীতা, দ্য এশ্বেজ অব্ দ্য পাস্ট।" তৃষ্ণাই হাঁহিছিল এটা করুণ হাঁহি! তাৰ পিছত ৰীতাই দেখিছিল তৃষ্ণাক বহুতো ল'ৰাৰ লগত হাঁহি-মাতি কথা কোৱা। কল্যাণক দেখুৱাই তাই আন ল'ৰাৰ লগত দুগুণ উৎসাহেৰে ফুৰিবলৈ গৈছিল। হয়তো এই সকলোবোৰতে লুকাই আছিল ফাঁকি, নিজকে ঢাকি ৰখাৰ এক করুণ প্ৰয়াস। ৰীতাই বুজিছিল; বুজিও নুবুজা হৈছিল তাই। কিন্তু তাইতো তৃষ্ণাৰ দৰে কেতিয়াও হ'ব নোৱাৰে। তাইতো কেতিয়াও পাহৰিব নোৱাৰিব কৌশিকক। কৌশিক যেতিয়া তাইৰ মনলৈ আহিছিল মৰি যোৱাৰ দৰে লাগিছিল ৰীতাৰ। কিন্তু মৰি জানো তাই যাব? মৰি মৰিওতো তাই জীয়াই থাকিব লাগিব।

পৰীক্ষাবোৰ শেষ হৈছিল। ছোৱালীবোৰ নিজ নিজ ঘৰলৈ উলটিছিল। ৰাতাহঁতো ঘৰলৈ যাব দুদিনৰ পিছত। পৰীক্ষা শেষ হোৱাৰ দিনা হোস্টেললৈ আহি তৃষ্ণাই ৰীতাক কৈছিল, "মই যদি তোৰ কৌশিকদাটোক লগ পালো হয় দিলোহেঁতেন ভালদৰে! কিন্তু সি আছে সাত সাগৰ তেৰ নৈৰ সিপাৰে; ঘূৰিও নাহে। বাৰু তাৰ কথা বাদ দে। ভাবি ল'বি যে তই বহুত দিনৰপৰা পুহি ৰখা এটা চৰাইক এজনী মেকুৰীয়ে মাৰি পেলালে। এই চৰাইটো কোনো-দিন ঘূৰি নাহিব তোৰ ওচৰলৈ, গতিকে তই যত্ন কৰিব লাগিব আৰু এটা চৰাই পুহিবলৈ, আৰু দ্বিতীয়বাৰ যাতে মেকুৰীয়ে নিব নোৱাৰে তাৰ বাবে তই সাৱধান হ'ব লাগিব—বুজিছ।" অলপ ৰৈ তৃষ্ণাই কৈছিল, "দাদাই কৈছিল যে পৰীক্ষাৰ পিছত আমাক দুয়োজনীকে দিল্লীৰ ফালে ফুৰাবলৈ নিব। মইতো অসমৰ বাহিৰলৈ যোৱা নাই কেতিয়াও, যাম দেই। যাবি?"



উত্তৰত ৰীতাই কৈছিল, "জান তৃষ্ণা, তহঁতৰ লগত যাম বুলি মই ভাবিছিলো; পিছে এতিয়া অকণো যাবৰ মন নাই। জানইতো কৌশিকৰ লগত কিমান ফুৰিছিলো এইদৰে। তাহাঁতৰ মাকহঁতেও ভাবিছিল মোক সিহঁতৰ বোৱাৰী কৰি নিব বুলি। মাত্ৰ বাট চাইছিলো আমি সকলোৱে লণ্ডনৰপৰা কৌশিক ঘূৰি অহা দিনটোলৈ। অথচ আজি এয়া কি হৈ গ'ল!" ৰীতাৰ চকুৰপৰা বৈ আহিছিল দুধাৰি চকুলো।

কথাটো পাতলাই দিবলৈ তৃষ্ণাই কৈছিল, "বাদ দে তোৰ এই কৌশিকক, মই পোৱা হ'লে তাক কাটি কাটি নিমখ দিলোহেঁতেন। ছোৱালীবোৰক জলাই মাৰে এই ল'ৰাবোৰে। প্ৰথমতে সিহঁতে গলায়, তাৰ পিছত জলায়। অৱশ্যে মোৰ নিচিনাবোৰে তাহাঁতকহে পাৰিলে জলাব। এতিয়া এইবোৰ বাদ দি যাবলৈ সাজু হ; নহ'লে দাদাই বেয়া পাব, জানতো সিও তন্দ্ৰালীৰ ওচৰত ৰাম-ঠগন খাই থৈছে। আমি প্ৰথমতে তহঁতৰ তালৈকে যাম। তহঁতৰ ঘৰলৈকে দাদাক আহিব ক'ম, হ'বতো?"

মৰমৰ বান্ধৱী ৰীতাৰ কাৰণে সকলো কৰিবলৈ সাজু আছিল

তৃষ্ণা। তাই ভাবিছিল ৰীতাৰ মনটোৰ এটা সলনি হ'ব। ঘৰলৈ গৈ হয়তো তাই আৰু ভাবুক হৈ পৰিব। কৌশিকক ৰীতাই কিমান ভাল পাইছিল। তাক খুব ভালকৈয়ে বুজে তৃষ্ণাই আৰু তাৰ চিঠিখনে ৰীতাক যিমানে চঁক্ খুৱাইছিল তাতোকৈ বেছি আচৰিত হৈছিল তৃষ্ণা। ৰীতাক দেখা কৰিবলৈ আহোঁতে কেইবাদিনো কৌশিকক দেখিছিল তৃষ্ণাই। বেছ মৰম লগা ল'ৰাটো; ইমান মৰম-লগা মানুহবোৱে ইমান কঠিন অন্তৰ থাকিব পাৰে! কিন্তু মুখখন দেখিলেই—সঁচা মানুহ চিনা সঁচাকৈয়ে টান। যিমান মৰমৰ হওক, যিমান আপোন হওক, এজন মানুহে জানো আন এজনৰ মনৰ কথা জানে! ক'ত জানো পঢ়িছিল তৃষ্ণাই, "Does any one ever know even the outer fringe of another?"

ৰীতা-তৃষ্ণাহঁত আহিছিল ৰীতাহঁতৰ ঘৰলৈ। ইতিমধ্যে ৰীতাৰ মনৰ কথা সকলোৱেই জানি গৈছিল। জীয়েকৰ মনৰ কষ্টই মাকহঁতক সঁচাকৈয়ে দুখ দিছিল। ৰীতাহঁত অহাত সকলোৱেই উদ্বাউল হৈ পৰিছিল। সকলো ব্যস্ত হৈছিল; তৃষ্ণাই ৰীতাৰ মাকহঁতক কৈছিল যে তাই ৰীতাক দিল্লীৰ ফালে অলপ ফুৰাবলৈ লৈ যাব। মাকহঁতে হয়তো ভালেই পাইছিল; কাৰণ ঘৰত থাকিলে তাই হয়তো আৰু ভাবুক হৈ পৰিব।

কৌশিকৰ চিঠি দেউতাকহঁতেও পাইছিল, তাৰ দেউতাক সঁচাকৈয়ে জলি উঠিছিল। মাকে কান্দিছিল, ঘৰৰ সকলো মৌন হৈ পৰিছিল। দেউতাকে কৈছিল যে ৰীতাক তেওঁ বোৱাৰী কৰিবই। কৌশিকৰ বিবাহযোগ্য ইঞ্জিনিয়াৰ ভায়েক গৌতমলৈ তেওঁ ৰীতাক আনিব। কিন্তু কৌশিকৰ দেউতাকৰ এই কথাত সম্মতি দিব নোৱাৰিলে ৰীতাৰ দেউতাকে। তেওঁ বুজিছিল যে যাক ৰীতাই এদিন ভৱিষ্যতৰ দেওৰেক হিছাপে মৰম কৰিছিল তেওঁক কেতিয়াও স্বামী বুলি লোৱাৰ প্ৰস্তুতি ৰীতাৰ নাই। গতিকে কৌশিকহঁতৰ ঘৰৰ লগত ৰীতাহঁতৰ ঘৰৰ সম্বন্ধ প্ৰায়



নাইকিয়া হৈছিল। কাৰণ যাৰ জৰিয়তে সম্বন্ধ হোৱাৰ আশা আছিল তেৱেঁই যেতিয়া আঁতৰি গ'ল, বাকীবোৰ থাকিও জানো কিবা লাভ আছে? কৌশিক আঁতৰি গৈছিল; ৰীতাও অদ্ভুত ধৰণেৰে মৌন হৈ পৰিছিল। ৰীতাক লৈ সকলো চিন্তিত হৈ পৰিছিল। তৃষ্ণাৰ কথামতে ককায়েক আহিছিল তাহাঁতক লৈ যাবলৈ। তৃষ্ণাই ককায়েকক ৰীতাৰ কথা কৈছিল। কৈছিল কৌশিকৰ কথা। তৃষ্ণাই আৰু ককায়েকে ৰীতাক জোৰ কৰিছিল তেওঁলোকৰ লগত যাবলৈ। ৰীতাই যাবলৈ মন কৰা নাছিল যদিও শেহত তৃষ্ণাৰ অভিমান ভাঙিবলৈয়ে যাবলৈ বাধ্য হল ৰীতা।

তৃষ্ণাৰ ককায়েক শুভাশিসে ৰীতাৰ মনৰ খবৰ পাইছিল। সেয়েহে সি পাৰ্যমানে চেষ্টা কৰিছিল ৰীতাৰ মন ভাল লগাবলৈ। ৰীতাৰ আঘাতৰ পৰিমাণ সি বুজিছিল। এনে আঘাত সিও সমানেই পাইছিল এজনী ছোৱালীৰপৰা; বহুদিন তাৰপৰা মৰম পোৱাৰ পিছত আন এজনৰ মৰম বিচাৰি আঁতৰি গৈছিল, তাৰ এদিনৰ মৰমৰ তন্দ্ৰালী। তন্দ্ৰালী আঁতৰি যোৱাৰ পিছত সি দ্বিতীয় কোনো নাৰীৰ সংস্পৰ্শলৈ অহা নাই, তাৰ পিছত এয়া সি লগ পাইছে, গহীন-গম্ভীৰ ৰীতাজনীক—তাৰ অন্তৰৰ কোনোবাখিনিত সঁচাকৈয়ে ভাল লাগিছিল! ভনীয়েক তৃষ্ণাৰে সৈতে সি ৰীতাক লৈ ফুৰিবলৈ গৈছে। কৰোলবাগ, কনট প্লেচ্ আদি দিল্লীৰ বহুতো ধুনীয়া ধুনীয়া ঠাইলৈ সি সিহঁতক ফুৰাবলৈ লৈ গৈছে, বস্তু কিনি দি দি ভাল ভাল চলি থকা হিন্দী কথাছবি দেখুৱাবলৈ। ৰীতাক তাৰ ভাল লাগিছিল। তৃষ্ণাই ককায়েকৰ মনৰ কথা বুজিছিল, সুবিধা বুজি তাই তাক জোকাইছিল।

ৰীতা কিন্তু নিৰ্বিকাৰ। নৰ্থ ব্লক আৰু চাউথ ব্লকৰ মাজেদি ইণ্ডিয়া গেটলৈ বৈ যোৱা বহল আলিবাটটোৱেদি সিহঁত তিনিও কেতিয়াবা ফুৰিবলৈ যায়। ঠাইডোখৰ ভাল লাগে সিহঁতৰ; ৰীতাই খোজ কাঢ়ি

খোজ কাঢ়ি ফুৰিবলৈ গৈছিল ডিপ্লোমেটিক এনক্লেভৰ মাজেদি যোৱা বাটটোৰেদি। তৃষ্ণাই কথা কৈছিল বেছি, শুভাশিস আৰু ৰীতাই শুনিছিল। কথা কৈ কথা কৈ ভাগৰি পৰিলে তায়ো এটা সময়ত মনে মনে বৈছিল।

এদিন কন্নট্ প্লেচলৈ ফুৰিবলৈ গৈছিল তিনিও। দৰ্কাৰী বস্তু সকলো কিনাৰ পিছত হোটেললৈ যাবলৈ বুলি টেক্সি এখনৰ বাবে ইফালে সিফালে চাইছিল শুভাশিসে। বাটে বাটে আইচক্ৰিম বেচি ফুৰা আইচক্ৰিমৱালাটোক দেখি তৃষ্ণাই কৈছিল, "এই, ৰীতা চা, আমি ভাবোঁ আমাতকৈ দুখ থকা মানুহ আৰু কোনো নাই। কিন্তু তই এবাৰ এই আইচক্ৰিমৱালাটোলৈকে চাচোন। আইচক্ৰিম বেচি সি কিমান পইছা পায় বাৰু?"

গহীনকৈ উত্তৰ দিছিল ৰীতাই, "বাট ইউ ছি, আৱাৰ প্লেজাৰ্জ আৰ্ হেভিয়াৰ দেন দেয়াৰ পেইন্।" ৰীতাৰ কথা শুনি পাতলকৈ হাঁহি শুভাশিসে কৈছিল, "কিয়?"

কথাষাৰ কৈ নিজেই লাজ পাইছিল ৰীতাই। তাইৰ কথাবোৰ বাৰু তৃষ্ণাই শুভাশিসক ক'লেনেকি? যদি ক'লে, কিন্তু তাইৰ নিচিনা আঘাত তেওঁতো পাইছিল সঁচাকৈ। নিজকে ঢাকি ৰাখিবলৈ চেষ্টা কৰিলে ৰীতাই, "নাই……, নাই মানে……, মানে ধৰক… …আমি……আমি যিহকে পাওঁ তাতে হয়তো সন্তুষ্ট নেথাকো, অথবা যিমানখিনি পাওঁ তাতোকৈ বহুত,……বহুত মানে পাবলৈ বিচাৰোঁ, নিবিচাৰোঁ জানো? আমি জানো সঁচাকৈয়ে কেতিয়াবা সুখী হৈছো অথবা হ'ব পাৰিম?"

কিবা কিতাপ, এখন পঢ়ি আছিল তৃষ্ণাই। পাৰ্ল বাকৰ 'ডি হিডেন খনবাৰ'। কিতাপখন ইমান ভাল লাগিছে তাইৰ, একান্ত মনেৰে তাই পঢ়ি আছিল। খেলি-মেলি হৈ থকা খোটালিটোৰ বস্তুবোৰ চিজিল লগোৱাত ব্যস্ত আছিল ৰীতা। এনেতে তাহাঁতৰ ৰুমলৈ সোমাই আহিছিল শুভাশিস ব্যস্তভাৱে। সি কৈছিল,



"তৃষ্ণা, ফুৰিবলৈ নেযাৱনেকি? ৰীতা, তোমালোক ওলোৱাই নাই দেখোন।"

কিতাপখন থৈ কৈছিল তৃষ্ণাই, "দাদা, জানা, মোৰ একেবাৰেই যাবৰ মন যোৱা নাই, কিতাপখন ইমান ভাল লাগিছে জানা, তুমি ৰীতাৰ লগতে যোৱাঁ। কোৱাঁ, ৰীতা যাবা?"—তৃষ্ণাই সুধিছিল ৰীতাক। তৃষ্ণাক কেতিয়াবা 'তুমি'ও বোলে, কেতিয়াবা 'তয়ো' চলে, ৰীতায়ো তৃষ্ণাক, তাহাঁতৰ ঠিকেই নাই।

তৃষ্ণাৰ কথাষাৰ শুনি যেন শুভাশিসে ভাল পাইছিল। তথাপি কৃত্ৰিম খং এটা দেখুৱাই সি তৃষ্ণাক কৈছিল, "তহঁত ছোৱালীবোৰতো এনেকুৱাই, যিদিনা ক'ৰবালৈ যাবলৈ এটা প্ৰোগ্ৰেম কৰিম, সেইদিনাই হয়তো তহঁতৰ পৃথিৱীত নোহোৱা সকলো কামেই ওলাব।" অলপ বৈ আকৌ কৈছিল সি ৰীতাক, "ৰীতা, ওলোৱাঁ দেই, আধা ঘণ্টা সময় দিছো হ'লে, মই আহিছো।" এই বুলি কৈয়েই সি ওলাই গৈছিল ওচৰত থকা তাৰ কোঠাটোলৈ। কৈছিল যদিও সি পেটে পেটে অলপ ভয় কৰিছিল, ৰীতাক ক'ৰবালৈ যোৱাৰ কথা ক'লে তাই সদায় তোলে এটা আপত্তি। তথাপিও ক্ষীণ আশা এটা লৈ সি ওলাই গৈছিল।

তৃষ্ণাই ৰীতাক যাবলৈ কৈছিল, "দাদাই চাগে অকলে তোমাৰ লগত যাবলৈ ভালেই পালে। দেখিছা, মোকতো অকণমান জোৰ কৰিব পাৰিলেহেঁতেন।"

"ব'লনা। মই অকলে নেযাওঁ।"

"যোৱা, নগ'লে—ইট উইল ব্ৰেক্ মাই ব্ৰাদাৰ্ছ্ হাৰ্ট।"

"মই নেযাওঁ।"

"শপত দিছো যোৱাঁ, নহ'লে দাদাই বেয়া পাব।"

কোনো উপায় নেপাই ৰীতা ওলাইছিল। তাই লাহী গাটোত মেৰিয়াই লৈছিল এখন ক'লা শাৰী—আগটো ধুনীয়াকৈ গুণাকৰা। চুলিখিনি তাই যত্নেৰে বান্ধিছিল। মুখখনত পাতল প্ৰসাধন। ক'লা

শাৰীখনে বগা ৰীতাজনীক ইমান ধুনীয়াকৈ শুৱাই তুলিছিল ! ইমান ধুনীয়া ছোৱালীজনীক বাৰু কৌশিকে কিয় ইমান বেয়াকৈ অৱমাননা কৰিলে ? তাই বাৰু কি ইমান দোষ কৰিছিল যাৰ বাবে সি তাইক তেনেকৈ কষ্ট দিলে ? হয়তো তাৰ কাৰণে সেয়া কোনো কষ্টই নহয়। কিন্তু ৰীতাৰ বাবে এই বেদনা কিমান ! নিজৰ মনত নিজে প্ৰশ্ন তুলি নিজে উত্তৰ কাটিছিল তৃষ্ণাই। তাই বাৰু এইবোৰ কি ভাবিছে!

অলপ পৰৰ পিছতে সোমাই আহিছিল শুভাশিস ৰীতাহঁতৰ কোঠালৈ। বিস্মিত দৃষ্টিৰে ৰীতালৈ চাইছিল শুভাশিসে, "অ ৱণ্ডাৰ-ফুল্ !" কৈ উঠিছিল সি। "কিন্তু আজিযে এই ম'ৰ্নিং ড্ৰেছটো পিন্ধিলা। মোৰ লগত যাবলৈ বেয়া পাইছানেকি সঁচাকৈয়ে ?" সি আগ্ৰহেৰে চাইছিল ৰীতালৈ। তাই হাঁহিছিল, "নাই, বেয়া পাম আকৌ কিয় ?"

শুভাশিসে ক'লে, "তেনেহ'লে যাওঁ বলা, স্কলাৰতো সহজে পঢ়াৰপৰা হুঠিছেই। আমি যাওঁ দেই, তৃষ্ণা।"

"যোৱাঁ, সোনকালে আহিবাঁ ; কিন্তু, একেবাৰে মছগুল হৈ নেযাবাঁ আকৌ।" দুষ্টালিৰে চাই হাঁহি এটা মাৰি ৰীতা-শুভাশিসলৈ চাই ৰৈছিল। তাই ভাবি গৈছিল বহুতো কথা। শুভাশিসক হয়তো ৰীতাৰ ভাল লাগিছে। কেইদিনমানৰ পিছত হয়তো আৰু অলপ ভাল লাগিব, আৰু……আৰু তাৰ বহুত দিনৰ পিছত হয়তো ৰীতাই নিজৰ সৰ্বস্ব ভালপোৱা হয়তো শুভাশিসকে দিব পাৰিব। পাৰিব হয়তো তাইৰ এদিনৰ মৰমৰ কৌশিকক একেবাৰেই পাহৰি পেলাব। পেলাওক। ৰীতাই কৌশিকৰ স্মৃতি সকলো মচি পেলাওক, এই স্মৃতি মচি পেলাবলৈ তায়েই ৰীতাক বহুতো সমল যোগাইছে……। আৰু বহুতো যোগাব। তেনেকুৱা এটা ল'ৰাক পাহৰি পেলালে ৰীতাৰ দোষ নাই। কাৰণ সিযে তাইক নিষ্ঠুৰভাৱে পাহৰি পেলালে।

ঘৰলৈ গৈ তাই এইবাৰ মাকক ক'ব, ৰীতাৰ কথা ; ৰীতাৰ



মাকক লগতে ক'ব লাগিব শুভাশিষ-ৰীতাৰ বিয়া হ'ব লাগিব। কাৰণ ছোৱালী যেতিয়া দুয়োজনীয়েই হয়তো দুখন বেলেগ সংসাৰত হেৰাই যাব লাগিব। কিন্তু ৰীতাক যদি তাহাঁতৰ ঘৰলৈকে বিয়া কৰায়……। ভাবিব নোৱাৰিলে তৃষ্ণাই। কিমানযে ভাল লাগিব সঁচাকৈয়ে! মাকক এইবাৰ ঘৰলৈ গৈয়েই ক'ব লাগিব।

ডাৱৰৰ মাজে মাজে প্লেনখন উৰি আহিছিল গুৱাহাটী অভিমুখে। অবিৰাম গতিৰে উৰিছিল প্লেনখন ক'লা-বগা ডাৱৰ ভেদ কৰি। প্লেনখনত বহি আছিল এজন যুৱক। চাৰি বছৰৰ মূৰত যুৱক ঘূৰি আহিছে অসম অভিমুখে—গুৱাহাটীলৈ। যুৱকৰ মুখখন ঢাকি ডাঢ়ি। ডাঢ়িসোপাৰ মাজত লুকাই আছিল এখন ধুনীয়া মুখ, মুখখন আছিল ৰীতাৰ এসময়ৰ মৰমৰ কৌশিকৰ।

যুৱকে ভাবি গৈছিল বহুতো কথা। অবিৰাম গতিৰে যুৱকৰ মনলৈ আহিছিল ভাববোৰ। সি ভাবিছিল—মাক-দেউতাকে বাৰু তাক ক্ষমা কৰিবনে ? মাকে কৰিলেও দেউতাকে নিশ্চয় নকৰে। আৰু ৰীতা……? ৰীতা বাৰু এতিয়া ক'ত ? তাই বাৰু ভাবিছেনে ভুলতো সি ঘূৰি অহাৰ কথা ? নিশ্চয় নাই ভবা, ভাবিব কিয় বাৰু ? কাৰণ সিতো তাইলৈ স্পষ্টকৈয়ে লিখি দিছে সি লণ্ডনৰ-পৰা কেতিয়াও ঘূৰি নাহিব বুলি। প্ৰথমতে তাক দেখি তাই হয়তো আচৰিত হ'ব, তাৰ পিছত হয়তো তাক প্ৰথমতে দেখিলে নেমাতিব, খং কৰিব, অভিমান কৰিব।

মেৰিলিনক পাই সি পাহৰি গৈছিল ৰীতাক, ধীৰ-স্থিৰ গম্ভীৰ ৰীতাক। সি কিন্তু এতিয়া বুজিছে মেৰিলিনৰ লগত ৰীতাৰ বহুত পাৰ্থক্য। মেৰিলিনক সি বিয়া কৰাইছিল। ৰীতালৈ সি নিষ্ঠুৰ-ভাৱে লিখিছিল যে মেৰিলিনক পাই সি খুব সুখী, তাত সি বিচাৰি পাইছে তাৰ কল্পনাৰ ৰঙীন দিনবোৰ। কিন্তু সি এবাৰলৈও ভবা নাছিল এই দিনবোৰ হেৰাই যাব পাৰে বুলি। দুদিনৰ চিনাকিতে

সি মেৰিলিনক তাৰ সৰ্বস্ব দি পেলাইছিল। আৰু এই একেজনী মেৰিলিনেই বিয়াৰ ছমাহৰ পিছতে তাক ডিভোৰ্চ কৰিছিল, আৰু আন এজনৰ লগত তাইৰ বিয়া হৈছিল। সিহঁতৰ কাৰণে হয়তো এইটো একো কথাই নহয়।

বিয়াঘৰৰ হুলস্থূলত গোটেই ঘৰখন উত্থলি-মুত্থলি। কইনা ৰীতাক সজাই দিছিল তৃষ্ণাই। দৰাৰ ভনীয়েক হৈও তাই কইনা-ঘৰতে। ধুনীয়া পাতল গুলপীয়া ৰঙৰ কাপোৰ এযোৰ তৃষ্ণাই ৰীতাক পিন্ধাইছিল। ধুনীয়াকৈ বন্ধা খোপাটোত গুজি দিছিল ৰজনীগন্ধা। মুখখন পাতলকৈ প্ৰসাধন কৰি দিছিল। ওঁঠ দুটাত নেচাৰেল কালাৰৰ লিপষ্টিক্ অলপ বোলাই দিছিল। মিহি আঙুলিৰে ধুনীয়া নখ কেইটাত পাতল ৰঙৰ নেইল্-পলিছ অলপ সানি দিছিল। সকলো হৈ যোৱাৰ পিছত তৃষ্ণাই ৰীতাৰ ভৰিৰ আগত পাৰি দিছিল মিহি ফিটাৰ এযোৰ সোণালী ৰঙৰ ছেণ্ডেল। চক্‌লেট ৰঙৰ নেইল-পলিছ সনা বগা কোমল ভৰিকেইটা চেণ্ডেল-যোৰে তুলি ধৰিছিল।

ৰভাৰ তললৈ বুলি ৰীতাক তৃষ্ণাই উলিয়াই নিব খুজিছিল। পাছে পাছে গৈছিল ৰং-বিৰঙৰ সাজ-পাৰ কৰা এজাক ছোৱালী। এনেতে সিহঁতে দেখিছিল ৰীতাৰ দেউতাকৰ লগে লগে আহি আছিল এজন যুৱক। ডাঢ়িৰে ঢকা ধুনীয়া মুখখন তৃষ্ণাই চিনি পাই গৈছিল। ৰীতাৰ দেউতাকে একো কবলৈ নৌপাওঁতেই যুৱকেই মাত দিছিল “ৰীতা” বুলি। যুৱকক দেখি ৰীতা চঁক্ খাই উঠিছিল, “তুমি”? ওঁঠ দুটা তাইৰ অদ্ভুত ধৰণেৰে কঁপিছিল আৰু লগে লগে তাই ঢলি পৰিব খুজিছিল। তৃষ্ণা, ৰীতাৰ দেউতাক আৰু কৌশিকে তাইক ধৰিছিল। তাৰ পিছত দাঙি নিছিল বিছনালৈ। ছোৱালীজাক পেঁপুৱা লাগিছিল। ইতিমধ্যে ৰভাৰ তলৰ প্ৰায়বোৰ মানুহেৰে কোঠাটো ভৰি পৰিছিল। ৰীতাৰ দেউতাকে তেওঁলোকক আঁতৰাই



পঠাইছিল। ৰীতাৰ শিতানত বহি কৌশিকে বিচি আছিল। তৃষ্ণাই পানী ঢালিছিল। তৃষ্ণাই ককায়েকলৈ ফোন কৰিছিল। দৰা হৈ আহিম বুলি ভৰা শুভাশিস আহিছিল ৰীতাক চাবলৈ। তেতিয়াও ৰীতা অজ্ঞান হৈয়ে আছিল। ডাক্তৰ মতা হৈছিল। এজন এজনকৈ সকলো আঁতৰি গৈছিল ৰীতাৰ কাষৰপৰা। মাথোঁ বহি আছিল শুভাশিস, কৌশিক আৰু তৃষ্ণা। অলপ পৰৰ পিছতে কৌশিকৰ হাতত বিচনীখন দি আঁতৰি গৈছিল তৃষ্ণা।

দুঘণ্টাৰ পিছত ৰীতাৰ জ্ঞান আহিছিল। চকু মেলি তাই দেখিছিল কৌশিকক। এদিন তাইৰ মৰম পাহৰি তাইৰ ওচৰৰ-পৰা আঁতৰি যোৱা মৰমৰ কৌশিকে আজি তাইৰ তেনেই কাষতে বহি আছে। তাই বুজিছিল তাই যি ভুল কৰিলে তাৰ শুধৰণি নহ'ব কোনোদিনেই। এনেতে শুভাশিসে মাত দিছিল তাইক, “ভাল পাইছা?” তাৰ পিছত কৌশিকক কৈছিল, “আপুনি অলপ বহকচোন দেই। মই ভিতৰৰপৰা আহো।” শুভাশিস ওলাই গৈছিল।

কৌশিকে ৰীতালৈ চাইছিল। তাৰ চকুত আছিল করুণ আৰু বেদনা-মিশ্ৰিত এক বোবা চাৱনি। হঠাতে সি কৈ উঠিছিল, “ৰীতা, তুমি ভালেই কৰিলা। আজি এই শুভযাত্ৰাত তোমাক কষ্ট দিবলৈকে মই আহিম বুলি ভৰা নাছিলো। তুমি পাহৰি পেলোৱাঁ। এই কষ্টখিনি পাই মই খুব সুখী। ই মোৰ প্ৰাপ্য। মোক ক্ষমা কৰাঁ।” অশ্ৰুসিক্ত নয়নত ফুটি উঠিছে এক কাতৰ চাৱনি। ৰীতাই ফেকুৰি ফেকুৰি কান্দিছিল। এনেতে সোমাই আহিছিল তৃষ্ণা। কৌশিকৰ চকুত জমা হোৱা চকুপানীখিনি দু-গালেদি বাগৰি আহিছিল। সি মচি লৈছিল মাথোঁ। তৃষ্ণাক দেখি সি উঠি দিছিল। তৃষ্ণাই তেতিয়া কৈছিল, “পাস্ট ইজ্ অল-ৰেইজ্ পাস্ট। যি হ'ল হ'ল আৰু, ভাবিতো লাভ নাই।” তৃষ্ণাৰ কথাষাৰে কৌশিকৰ অন্তৰত শেলৰ দৰেই বিন্ধিছিল। ৰীতালৈ

মাথোঁ চাইছিল সি। মুখখন ঢাকি তাই ফেকুৰি ফেকুৰি কান্দিছিল। তাইৰ অন্তৰৰ বেদনাখিনিৰ গভীৰতাখিনি সি বুজিছিল। সি ওলাই আহিছিল বাহিৰলৈ। তৃষ্ণাই তাৰ যোৱাত বাধা দিছিল। কিন্তু উত্তৰ দিয়াৰ প্ৰয়োজন বোধ নকৰিলে সি। বিয়াঘৰৰ উদুলি-মুদুলিত কোনেও তাক লক্ষ্য নকৰিলে। বাটলৈ ওলাই আহি সি হেৰাই গৈছিল বিয়াঘৰৰ মটৰ-গাড়ী আৰু মানুহৰ মাজত। অকল-শৰীয়া অকলশৰীয়া লাগিছিল তাৰ। তেতিয়াও হয়তো ৰীতাৰ উচুপনি শেষ হোৱা নাছিল।

# ব্লিডিং হাৰ্ট

ডাক্তৰজন লাহে লাহে নাৰ্ছেছ্ ডিউটি ৰুমৰ ফালে সোমাই গৈছিল। মুখত আছিল সদায় থকা সেই গহীন ভাব।

সেই নিশাৰ ডিউটি আছিল ছিস্টাৰ ডৰথিৰ। ছেনাটৰিয়ামৰ ভয় লগা নিৰ্জনতাখিনিক জগাই ৰাখিবলৈকে তেওঁ পিয়ানোটো বজাই গান গাই আছিল, "......দ্য ৱৰ্ল্ড টু মি ইজ ছেড্ এণ্ড লন্‌লি, এভ্‌ৰিহোৱেৰ আই ৰ'ম।"......গীতটোৰ কথাখিনি ঠেকা খাইছিলহি অৰ্পণৰ মনত।

ডৰথিৰ গান গোৱাত কোনো ব্যাঘাত নজন্মাই ডাক্তৰে শাৰী শাৰীকৈ শ্বেল্‌ফত সজাই থোৱা 'পেচেণ্টছ্ ৰেকৰ্ড'বোৰৰপৰা নতুনকৈ ভৰ্তি হোৱা ৰোগীৰ ৰেকৰ্ড চাৰ্টখন টানি উলিয়াইছিল। ইতিমধ্যে ডৰথিয়ে ডাক্তৰক দেখা পাই, তেওঁৰ ওচৰত ৰৈছিলহি। ডাক্তৰে কৈছিল, "ছিস্টাৰ ড'ৰা, লেটছ্ গ' এণ্ড এক্সামিন্ দ্য পেচেণ্ট!"

সদায়ে যোৱাৰ দৰে সেইদিনাও ডাক্তৰ সোমাই গৈছিল নতুন ৰোগীৰ পৰীক্ষা কৰিবলৈ। কিন্তু ৰোগীক দেখি ডাক্তৰে যেন থত্‌মত্ খাই গ'ল। ৰোগীৰ কাষতে বহি আছে এগৰাকী যুৱতী! ছোৱালীজনীৰ মুখখন দেখিয়েই ডাক্তৰে বুজিছিল তেওঁ খুব ক্লান্ত। ডাক্তৰ সোমাই যোৱাৰ লগে লগে ছোৱালীজনী উঠি দিছিল।

অলপ পৰ ৰোগীৰ মুখখনলৈকে চাই ৰৈছিল ডাক্তৰ অৰ্পণ বৰুৱা। তাৰ পিছত ছিস্টাৰক ক'লে, "শ্বি ইজ স্লিপিং ছিস্টাৰ! বেটাৰ নট টু ডিষ্টাৰ্ব হাৰ। আই উইল ছি হাৰ লেটাৰ অন্।" ৰোগীৰ ওচৰত ৰৈ থকা ছোৱালীজনীক ডাক্তৰে সুধিলে, "আপোনাৰ কি হয়?"

"মোৰ মা...... !" ছোৱালীজনীৰ চকুত এক অসহায় চাৱনি !

"একো নহয়......ইয়ালৈ আহিছে যেতিয়া নিশ্চয় ভাল হ'ব। আপুনি চিন্তা নকৰিব।"

ইতিমধ্যে ছোৱালীজনীক কন্‌ছাল্টিং ৰুমলৈ মাতি অৰ্পণে ৰোগীৰ 'কেছ হিস্টৰি'টো লিখি গৈছিল। কথাখিনি কৈ থাকোঁতে ছোৱালীজনীৰ মাতটো মাজে মাজে ঠোকাঠুকি হৈ গৈছিল ; মাজে মাজে উত্তেজিত হৈও কথাবোৰ কৈছিল।

এনেয়ে অৰ্পণে ছোৱালীজনীক সুধিলে, "আপুনি কি পঢ়ে ?"

"এইবাৰ ছিনিয়ৰ কেম্‌ব্ৰিজ দিছো।"

"আপোনাৰ থকা-খোৱাৰ সকলো সুবিধা হৈছেতো ? কিবা অসুবিধা হ'লে মোক ক'ব।" এনেয়ে কম কথা কোৱা অৰ্পণক কথা কৈ থকা শুনি, ছিস্টাৰ ডৰথিয়ে অবাক দৃষ্টিৰে তেওঁলৈ চাই আছিল।

কিতাপ এখন পঢ়িবলৈ চেষ্টা কৰিলে অৰ্পণে। ডাক্তৰ অৰ্পণ বৰুৱাই। কিন্তু কিতাপৰ এখিলা পাতো পঢ়া হোৱা নাছিল। কিবা-কিবি ভাব কিছুমানে জুমুৰি দি ধৰিছিল। মনটো তাৰ উৰি গৈছিল বিশ বছৰৰ আগৰ কিছুমান দিনলৈ।

তেতিয়া সি আছিল অসম মেডিকেল কলেজৰ ছাত্ৰ, মিতালীহঁতৰ ঘৰটো সিহঁতৰ হোস্টেলৰ ওচৰতে আছিল। কেইবাখনো চাহ-বাগিছাৰ মালিক নবীন বৰুৱাৰ একমাত্ৰ ছোৱালী মিতালী মাক-দেউতাকৰ অতি আদৰৰ। মিতালীয়ে টেবুল টেনিছ ভাল খেলিছিল। অৰ্পণো টেবুল টেনিছৰ ভাল চেম্পিয়ন আছিল। মিতালীৰ ঘৰলৈ অহা-যোৱা কৰিছিল অৰ্পণ। দুয়ো একেলগে কথা পাতিছিল, ফুৰিছিল, চিনেমা চাইছিল, টেবুল-টেনিছ খেলি যদি কোনোবা কম্পিটিছনত হাৰিছিল তাই অভিমান কৰি অৰ্পণৰপৰা বহুত মৰম আদায় কৰিছিল। অৰ্পণেও তাইক সৰু ছোৱালী এজনীৰ নিচিনাকৈ মৰম কৰিছিল। মিতালীৰ অসুখত ডাক্তৰ মাতি দিব লাগিছিল অৰ্পণে, বিহু পূজাৰ কাপোৰ চইচ্ কৰি দিয়াৰপৰা আৰম্ভ কৰি পৰীক্ষাৰ প্ৰশ্ন ছিলেক্ট কৰি, নোট্‌ছ কপি কৰি দিয়ালৈকে কৰিছিল অৰ্পণে। প্ৰবেশিকা পাছ কৰি প্ৰাগ্‌বিশ্ববিদ্যালয় শ্ৰেণীত ভৰ্তি হৈছিল মিতালী। কলেজ পোৱাৰ লগে লগে ধুনীয়া মিতালীজনী যেন সলনি হৈ গৈছিল। এদিন মিতালীয়ে তাক সুধিছিল, "অৰ্পণদা, তুমি যেতিয়া মোক বিয়া কৰাবা, তেতিয়া তুমি আফটাৰ এভ্ৰি ছিক্স্ মানথ্‌ছ মোক এক ওৱাৰ্ডৰ'ব্ শাড়ী দিব লাগিব যাতে মই প্ৰত্যেকদিনাই এখন এখন শাড়ী পিন্ধিব পাৰোঁ ! দিবা ? তুমিতো মোক ভাল পোৱা।"



অৰ্পণে হাঁহিছিল, "মিতা, ভালপোৱাখিনি শাড়ীৰে জুখিব খুজিছা ?......তোমাক ভাল পালেও ইমান সাংঘাতিক শপত মই নেখাওঁ। মোৰতো সিমান পইছা নেথাকিব।"

মিতালীৰ কল্পনা-বিলাসখিনিয়ে কিন্তু হাৰ মানিবলৈ বিচৰা নাছিল, "ঠিক আছে। তেনেহ'লে প্ৰত্যেক বছৰে তুমি মোক এটা এটা ডায়মণ্ডৰ ছেট দিবাঁ ! হ'বতো ?"

অৰ্পণে হো-হোকৈ হাঁহিছিল আৰু মিতালীয়ে অঁকৰাৰ দৰে তাৰ মুখলৈ চাই ৰৈছিল। "মিতা, তুমি কাৰ নিচিনাকৈ কথা কৈছা জানা ?"

"খং উঠে পায়। কেলেইনো হাঁহিছা, আৰু মই কাৰ নিচিনাকৈ কথা কৈছোনো ?" বিস্মিত নয়নেৰে অৰ্পণলৈ চাইছিল মিতালীয়ে।

"মেৰী এন্‌টনয়েটৰ নিচিনাকৈ। ফ্ৰান্সৰ ক্ষুধাৰ্ত জনতাই যেতিয়া ৰুটি এটুকুৰাৰ কাৰণে হাহাকাৰ কৰিছিল, ৰাণীয়ে কৈছিল, 'ইফ দেয়াৰ ইজ ন' ব্ৰেড্ গিভ্ দেম কেক্‌ছ।' তুমিও ঠিক ৰাণীৰ নিচিনাকৈয়ে কথা কৈছা। ছমাহৰ মূৰে মূৰে তোমাক এক আলমাৰি নতুন শাড়ী দিব নোৱাৰিলে, প্ৰত্যেক বছৰে তোমাক এটাকৈ ডায়মণ্ডৰ ছেট্ কেনেকৈ দিম, মিতা ? মোৰযে সিমান টকা নেথাকিব !"

"কিয়, তুমি জানিবাঁ ডাক্তৰ নহ'বাহে।" মিতালীয়ে ইমানৰ পিছতো হাৰ মানিব খোজা নাছিল।

"আঁকৰী, ডাক্তৰতো হ'মেই। কিন্তু প্ৰত্যেক বছৰে এটা ডায়মণ্ডৰ ছেট দিবপৰাকৈ টকা মোৰ নেথাকিব, মিতা!"

"একো নহয় দিয়াঁ।......মোক নেলাগে সেইবোৰ!"

সৰু ছোৱালী এজনীৰ দৰে তাই মুৰটো জোকাৰিছিল।

ইমান বছৰ হৈ গ'ল। সিতো তাইক পাহৰিব পৰা নাই। সি যিহকে নেভাবক, যাৰে কথাই নেভাবক, ভাবৰ গতি মাথোঁ আছিল মিতালীতেই। মিতালীয়ে ভাল পোৱা ফুল ফুলিছিল অৰ্পণৰ ফুলনিত; মিতালীয়ে শুনি ভাল পোৱা গান বাজিছিল অৰ্পণৰ ৰেকৰ্ড-প্লেয়াৰত, আন কি মিতালীয়ে খাই ভাল পোৱা বস্তুবোৰো বন্ধা হৈছিল অৰ্পণৰ ৰান্ধনি-ঘৰত।

মিতালীক এৰি থৈ অহাৰপৰা অৰ্পণে কম কথা কোৱা হৈছিল; বেছি কথা ভাবিবলৈ লৈছিল। দিনবোৰৰ বেছিভাগ সময় তাৰ পাৰ হৈছিল ৰোগীবোৰৰ লগতে।

শেষৰ ফালে সৰু ছোৱালী এজনীৰ দৰে কথা কোৱা মিতালী-জনী যেন হঠাৎ ডাঙৰ হৈ গ'ল। কলেজত কোন ল'ৰাই কি কথা কৈ তাইক জোকালে; কোন প্ৰফেছৰে তাইলৈ কেনেকৈ চায়, ইত্যাদিবোৰ কথা তাই অৰ্পণক প্ৰায়ে কয়। তাই কথাবোৰ কয়, সি মাথোঁ শুনে, সি [illegible] নক'লে তাই কয়—কনভেণ্টত পঢ়াৰ বাবে সুন্দৰকৈ ইংৰাজী ক'ব পাৰিছিল তাই। দেখাতো আছিল তাই অদ্ভুত ধুনীয়া। কলেজ পোৱাৰ লগে লগে তাই স্টাইলো কৰিছিল অসম্ভৱ, কলেজৰ দুই-এজন অধ্যাপকো তাইৰ সৌন্দৰ্যত মুগ্ধ হৈছিল। ল'ৰাবোৰৰ কিছুমানে তাইক জোকাইছিল, কিছুমানে মিঠা মিঠা কথাৰে চিঠি লিখিছিল তাইলৈ। কিন্তু মিতালীৰ সেইবোৰ কথালৈ ভ্ৰূক্ষেপ নাছিল। নিজকে লৈয়ে নিজে ব্যস্ত আছিল।



এদিন চিঠি এসোপা আনি মিতালীয়ে অৰ্পণক দেখুৱাইছিল, "চোৱাঁ অৰ্পণদা, এইবোৰ। এইখন আকৌ এজন প্ৰফেছাৰে দিছে। স্টুডেণ্টৰ প্ৰতি যদি এনেকুৱা মনোভাৱ হয় তেনেহ'লে এওঁলোকে কি পঢ়ুৱাব? এইখন আকৌ এজন গাঁৱলীয়া ক্লাছফ্ৰেণ্ডৰ। ই আকৌ লিখিছে মোৰ বোলে হাঁহিটো মনালিছাৰ দৰে। সি জানিবাঁ লিওনাৰ্ডো ডি ভিঞ্চিৰ মনালিছা ছবিখন দেখিছেহে! এইখন লিখাতকৈ সি ইংলিছৰ পয়েম এটাকে পঢ়িব পাৰিলেহেঁতেন। সেই-দিনা আকৌ প্ৰফেছাৰে প্ৰথম সোধোঁতে যিহে নাৰ্ভাছ হৈছিল—" আপোনমনে কথা কৈ যোৱা মিতালীয়ে অপৰ্ণৰ ফালে চাই চাই আকৌ কৈছিল, "এইবোৰক এটা ভাল লেছন দিব লাগিব। মই কাৰ্বন পেপাৰত বহুত কপি কৰি চবকে এখন এখন দিম আৰু কিয় কাৰ্বন দি লিখিছো বুলি যদি সোধে, মই ক'ম বোলোঁ মই প্ৰত্যেকখন চিঠিৰে এটা ট্ৰু কপি ৰাখোঁ বুলি। পণদা! মোৰ আইডিয়াটো বাৰু তুমি কেনে দেখা?" .এই বুলি কৈয়েই মিতালীয়ে চাইছিল অৰ্পণৰ মুখলৈ।

অৰ্পণে কিন্তু এইবোৰ কথা ভাল পোৱা নাছিল। চঞ্চলা মিতালীজনীলৈ তাৰ খঙো উঠিছিল মনে মনে—নিজকে ছোৱালী-বোৰে কিয় ইমান পাতল কৰে! গহীনকৈ সি ক'লে, "মিতা, মই হ'লে এইবোৰ নকৰাই ভাল দেখোঁ।"

মিতালী কিন্তু এক কথাৰ। তাইৰ কথাৰ লৰচৰ নাই। "তুমি যিহকে নোকোৱা মোৰ আইডিয়াটো ম[illegible]খটুৱামেই, তুমি খালি ইটো কৰিব খুজিম মানা কৰিবা, সিটো কৰিব খুজিম মানা কৰিবা, কলেজ লাইফটোত অলপ ফান্ কৰোঁচোন ৰ'বাঁ"—চঞ্চল মিতালীয়ে কথাবোৰ কৈ গৈছিল।

মৃদু হাঁহি এটা মাৰি অৰ্পণে কৈছিল, "মিতা, মই যি কৈছো তোমাৰ ভালৰ কাৰণেই কৈছো।" অৰ্পণ গহীন হৈ উঠিছিল। মিতালীয়ে তাক সুধিছিল, "কিহে অৰ্পণদা, তুমি দেখোন একদম

গহীন হৈ গ'লা ! ভয় খাইছানেকি মোক কোনোবাই পতায় বুলি। ভয় নাই, মই সদায় তোমাৰেই।" এই বুলি কৈ তাই অৰ্পণৰ গহীন মুখ তাইৰ মুখৰ আগত দাঙি ধৰিছিল। মিতালীৰ সকলো কথা পাহৰি সি মাথোঁ চাই ৰৈছিল তাইৰ মৰম লগা ধুনীয়া মুখখনলৈ।

আৰু এদিনৰ কথা। অৰ্পণৰ ফাইনেল পৰীক্ষালৈ মাত্ৰ এসপ্তাহ মানহে বাকী। এই কেইমাহৰ ভিতৰতে সি মিতালীৰ তালৈ যোৰাটো বহুত কমালে। কলেজ পোৰাৰ লগে লগে আৰ্‌টিফিচেল হৈ পৰা মিতালীক সি অন্তৰৰ কোনোবাখিনিত বেয়া পাইছিল। তথাপি সি তাইৰ মৰম, সৰু ছোৱালী এজনীৰ দৰে বিচৰা আব্দাৰখিনি পাহৰিব পৰা নাছিল। সেয়েহে সি গৈছিল। আনকালৰ দৰে তাক দেখি মিতালী ওলাই আহিছিল, "অ' অৰ্পণদা দেখোন, বহুত-দিনৰ মূৰত। মই জানা মামীৰ লগত ৰমেশহঁতৰ ঘৰলৈ যাবলৈ ওলাইছো, তুমি অলপ বহাঁ দেই। মই কাপোৰ পিন্ধি আহোঁগৈ" বুলি কৈয়েই ভিতৰলৈ সোমাই গৈছিল মিতালী।

অৰ্পণৰ মনটো অজানিতে কঁপি উঠিছিল। তাৰ অজ্ঞাতে। কেলেই জানো? মিতালীজনী ইমান সলনি হৈ আহিছে দিনে দিনে। তাত তাৰ ভাল নেলাগিল, মিতালী অহালৈকে বাট চাইছিল সি। আধা ঘণ্টাৰ পিছত সোমাই আহিছিল, "তুমি চাগে ব'ৰ হৈ গৈছা নহয়। বেয়া নেপাবাঁ দেই, বহুত সময় ডিটেন কৰিলো তোমাক।" কোনো আগ্ৰহ নোহোৱাকৈয়ে মিতালীয়ে কথাষাৰ কৈছিল।

"মই যাৰেঁই জানা মিত[illegible] পঢ়া আছে নহয়। তোমালোকতো ফুৰিবলৈ যাবলৈ ওলাইছা," আনকালে পৰীক্ষাৰ কথা ক'লে ব্যগ্ৰ হৈ পৰা ছোৱালীজনীয়ে এবাৰ এষাৰো কথা উল্লেখ নকৰিলে। এই চাৰি-পাঁচ বছৰে আহি থকা মিতালীহঁতৰ ঘৰখনলৈ যেন সি এবাৰো অহা নাছিল। বৰ অপ্ৰস্তুত হৈছিল সি।

প্ৰায় পাঁচ মিনিটমান পিছত মিতালীয়ে খুব সহজভাৱে কৈছিল, "জানা, তোমাক খুব ডাঙৰ কথা এটা ক'বলৈ আছে। তুমি বহুত দিন



অহা নাই নহয়, সেই কাৰণে গম নোপোৱা। মোৰ জানা বিয়া পাতিছে। তোমাকযে এদিন চিনাকি কৰি দিছিলো, ৰমেশ চলিহা নামৰ ল'ৰাজনৰ লগত। মনত আছে? তেওঁ খুব জোৰ দিছে। এতিয়াও মামীৰ লগত কিচেনত বহি আছে। আজি বোলে মোক খুব ভাল পিক্‌চাৰ এখন দেখুৱাব। তুমিও যাব পাৰিলাহেঁতেন পৰীক্ষা নথকা হ'লে।" অৰ্পণে সেপ ঢুকিছিল। মিতালীয়ে যেন তাৰ ৰং চাইছে।

আকৌ আৰম্ভ কৰিলে তাই—"তোমাৰ কথা ভাবিছো মই, ৰ'লোহেঁতেন। পিছে তোমাৰ শ্বাইন কৰিবলৈ এতিয়াও বহুদিন বাকী, তাতে মামী-পপ্পাহঁতে যিহে উৎপাত লগাইছে। বিয়ালৈ আহিবাঁ দেই। অহা মাহতে পাতিছে।"

বহি থকা অৰ্পণ থৰ হৈ ৰ'ল। পৃথিৱীখন যেন তললৈ নামি আহিছে এনেকুৱা লাগিল। অৰ্পণক তেনেকৈ থকা দেখি তাই আকৌ আৰম্ভ কৰিলে, "অৰ্পণদা, তুমি এইবোৰ নেভাবিবাঁ, কাৰণ ভাবি জানো লাভ আছে? এইবোৰ আমাৰ জীৱনলৈ অহা এটা এটা থ্ৰিলিং এড্‌ভেন্‌চাৰ।"

অসহ্য হৈ গৈছিল অৰ্পণৰ। দীঘল এটা হুমুনিয়াহ পেলাই সি মাথোঁ কৈছিল, "এৰা, মিতা, থ্ৰিলিং এড্‌ভেন্‌চাৰ বুলিয়েই ল'ব লাগিব। মই এতিয়া যাওঁ।" এই বুলি কৈয়েই পিছলৈ নোচোৱাকৈ অৰ্পণ গুচি আহিছিল। তাৰ এনেকুৱা লাগিছিল যেন তাৰ এসময়ৰ মৰমৰ মিতাই ভয়ঙ্কৰ ৰূপ লৈ তাক [illegible] আহিছে।

সেই দিনাই আছিল তাৰ জীৱনৰ চৰম পৰাজয়। হোষ্টেললৈ আহি সি শুই পৰিছিল বিছনাত। পঢ়া-শুনাতো কেইবাদিনলৈও মন বহা নাছিল। সেইদিনাৰপৰা যোৱা নাছিল মিতালীৰ ঘৰলৈ। উঃ, ভাবিব নোৱাৰিছিল সি যে মিতালীৰ দৰে এজনী কোমল মনৰ ছোৱালীৰো এনেকুৱা এখন কঠিন অন্তৰ থাকিব পাৰে! কোনটো সতেৰে তাই ইমান নিষ্ঠুৰ কথাষাৰ ইমান সহজে কৈ পেলাব পাৰি-

ছিল? তাৰ মনত পৰিছিল শ্বেকছ্পিয়েৰৰ হেমলেটৰ এষাৰ কথা, "অ' ফ্ৰেইল্‌টি, দাই নেম ইজ ৱ'মেন"। মিতালীয়েযে তাৰ লগত মিতালি পতাৰ দৰেই বহুতৰ লগত মিতালি পাতিছিল, সি জানো ভুলতো এবাৰ ভাবিছিল!

তাৰ পিছত সি নিজকে খুব ব্যস্ত কৰি ৰাখিছিল। চেষ্টা কৰিছিল। এম্. বি. বি. এছ্. পৰীক্ষাৰ ৰিজাল্ট ওলোৱালৈকে সি বহুত কষ্ট কৰি আছিল ডিব্ৰুগড়ত। থাকিবলৈ বাধ্য হৈছিল। পৰীক্ষাত সি ভালদৰে উত্তীৰ্ণ হৈছিল। তাৰ পিছত গবৰ্নমেণ্টৰ স্কলাৰশ্বিপ লৈ আমেৰিকাত উচ্চ শিক্ষা লৈ আহিছিলগৈ—এবাৰ নহয়—দুবাৰ নহয়—তিনিবাৰ। আৰু তাৰ পিছত ইমান কেইবছৰে সি কাম কৰি আহিছে এই ছেনাটৰিয়ামটোতে।

অসমখনক সি পাহৰি গৈছিল। পাহৰিবলৈ বাধ্য হৈছিল। অসমত তাৰ কোনো নাছিল। ভাই-ভনী, ককাই-ভাই—কোনোৱেই। সৰুতেই মাক-দেউতাকৰ মৃত্যু হৈছিল। তাক ডাঙৰ-দীঘল কৰাৰ ভাৰ লৈছিল সম্বন্ধীয়া খুৰাক এজনে। খুৰাক ঢুকুৱালৈকে কৰ্তব্য বুলি ভাবি সি অসমত আছিল খুৰাকৰ লগতে। সেই কেই বছৰত সি মিতালীৰ খবৰ লোৱা নাছিল। যিমান পাৰিছিল, সিমানেই চেষ্টা কৰিছিল পাহৰিবলৈ, কিন্তু যিমান চেষ্টা কৰিছিল তাৰ সিমানেই মনত পৰিছিল তাইলৈ। পাহৰিব পৰা নাছিল সিহঁতৰ প্ৰথম প্ৰেমৰ স্মৃতিবোৰ। মিতালীৰ দৰে সি সেইবোৰক থ্ৰিলিং এড্‌ভেন্‌চাৰ বুলি ল'ব পৰা নাছিল। সেয়ে জীৱনত সি দ্বিতীয় নাৰীৰ সংস্পৰ্শ লৈ অহা নাছিল। কিন্তু সেই একেজনী মিতালীয়েই তাক এই বয়সত সুপ্ত হৈ জলি থকা জুইকুৰাক পুনৰ জলাই তুলিব বুলি সি ভবা নাছিল।

মিতালীৰ ছোৱালীজনীও ঠিক মিতালীৰ দৰে, মিতালীৰ লগত তাইৰ কথা-বতৰা, ভাৱ-ভঙ্গি, চাল-চলন সকলো একেই সামঞ্জস্য। কিন্তু শুই থকা সঁচা মিতালীজনীওতো বিশেষ সলনি হোৱা নাই। আগৰ দৰেই হৈ আছে।



অৰ্পণে ভাবিলে, তাৰ পৰাজয়ৰ মাজেৰে আকৌ জয়কে হ'ল। কিন্তু এই জয় সি নিবিচাৰে। নিবিচাৰে মিতালীৰ মৃত্যু। সি তাইক ভাল কৰি তুলিবই লাগিব। কাৰণ সি মাত্ৰ মিতালীকেই ভাল পাই আহিছে।

বেয়াৰাটোৰ মাত শুনি সি চঁক্ খাই উঠিল, "ছাৰ আপ্‌কা খানা তেয়াৰ হো গয়া।" অৰ্পণ পুনৰ বাস্তৱ পৃথিৱীলৈ ঘূৰি আহিছিল। সি উঠি আহিছিল কিতাপখন থৈ।

মিতালী ছেনাটৰিয়ামত থকা প্ৰায় দুমাহেই হ'ল। কিন্তু আৰোগ্য হোৱাৰ কোনো লক্ষণেই দেখা নগ'ল। অৰ্পণে কিন্তু মিতালীক লগ পাবলৈ চেষ্টা নকৰিলে। তাইৰ মুখা-মুখি হোৱাৰ কথা সি ভাবিবই নোৱাৰে। সি যেতিয়া যায় মিতালীৰ ওচৰলৈ, তেতিয়া হয়তো তাই টোপনিত। কিন্তু মিতালীৰ জীয়েক মনালীৰ লগত অৰ্পণৰ এটা বেছ বন্ধুত্ব গঢ় লৈ উঠিছিল।

এদিন ৰাতিপুৱা অৰ্পণে ৰজনীগন্ধা ফুলৰ থোপা কেইটামান লৈ গৈছিল। মিতালীয়ে ৰজনীগন্ধা ফুল ভাল পায় বুলি সি জানিছিল। সেয়েহে সি তাৰ কোৱাৰ্টাৰৰ চাৰি সীমাতে মালীটোৰ হতুৱাই ৰোৱাইছিল এই ৰজনীগন্ধা। মিতালীলৈ বুলিহে নিছিল, দিছিল মনালীৰ হাতত।

"মনা, লোৱাঁ, তোমাৰ মামীয়ে এনেকুৱা ফুল খুব ভাল পায় নহয়। এয়া লোৱাঁ, তেখেতৰ ওচৰত থৈ দিবাঁ, ভাল পাব।"

"খুব ভাল পাব। আপুনি দেখোন বিৰাট চাইকলজিস্ট্। মামীয়ে এই ফুল ভাল পায় বুলি আপুনি কেনেকৈ জানিলে?" ফুলখিনি চুই কৈছিল মনালীয়ে।

"বাঃ বাঃ, পেছেণ্টৰ মনৰ কথা ডাক্তৰে নেজানিলে জানিব কোনে? তোমাৰো মনত কি আছে, মই বেছ্ বঢ়িয়াকৈ কৈ দিব পাৰোঁ।" হাঁহি কৈছিল অৰ্পণে।

"বেছ ডাক্তৰতো! পিছে মোৰ মনৰ কথা কোৱাতকৈ আপোনাৰ মনৰ কথা কওকচোন। কেইবাদিনো সুধিম সুধিম বুলি ভাবিছো, পিছে সোধা হোৱা নাই। ছিস্টাৰবোৰে কৈছে আপুনি বিয়া কৰোৱা নাই বুলি, কিয় বাৰু? এতিয়াওতো কৰাব পাৰে, ইমান ধুনীয়া হৈ আছে! একেবাৰে ক্লাৰ্ক গেবেলৰ নিচিনা! মই চাই দিম ছোৱালী, যেনেকুৱা লাগে। নে আপোনাক কোনোবাই বিট্ৰে কৰিলে! সেইটো যেনেই পাইছো।" হাঁহি কৈছিল মনালীয়ে। খুব সহজে, মাকৰ নিচিনাকৈয়ে। ইমান সৰু ছোৱালী এজনীয়ে তাৰ নিচিনা মানুহ এজনক ইমান মাৰাত্মক এষাৰ কথা ক'ব পাৰে বুলি ভবা নাছিল অৰ্পণে। হাঁহি থকা অৰ্পণৰ মুখখন মোলান পৰি গৈছিল। সি তাইক কেনেকৈ বুজাব যে তাইৰ মাকেই তাৰ জীৱনলৈ এই ট্ৰেজেডি আনি দিছে বুলি।

মনালীৰ নিজকে দোষী দোষী লাগিছিল অৰ্পণক কথাষাৰ কৈ, 'আই এম্ ছ' ছৰি ডক্তৰ। প্লিজ ডন্ট্ মাইণ্ড্ ইট্। আই ডিড্ নট্ মিন ইট ছিৰিয়াছলি।" ছলছলীয়া হৈ গৈছিল তাইৰ চকুকেইটা।

"এইটো কি কথা; কিয় বেয়া পাম" বুলি অৰ্পণে বেলেগ কথা উলিয়াইছিল। মনালী আকৌ সহজ হৈ পৰিছিল।

আৰু এদিনৰ কথা। অৰ্পণে হস্পিটালৰ বাৰান্দাতে মনালীৰ লগত কথা পাতি আছিল। কি ভাবি জানো মনালীয়ে তাক ক'লে, "আহক, মামীৰ লগত এদিনো কথা হোৱা নাই। মই ইণ্ট্ৰডিউচ কৰি দিম।"

"আজি নেলাগে দেই। বেলেগ এদিন। কেছ্ এটা আছে। বহুত দূৰৈত, তোমাক দেখা কৰিবলৈহে আহিলো এবাৰ।"

"বেয়া পালো। আপুনি সদায়েই এনেকুৱা কৰে। অকল ডাক্তৰ হৈ দৰব দিলেই নহয়, নহয়। মায়ে আপোনাৰ লগত কথা



নক'ব বুলি ভয় কৰিছেনেকি? পাতিব আহক। মায়ে আপোনাক পালে ভালহে পাব।"

"আজি নহয় দেই" বুলি অৰ্পণে পাতল হাঁহি এটা মাৰি লৰালৰিকৈ খোজ ল'লে।

নিশা বাৰ বাজিছে তেতিয়া, অৰ্পণৰ মনটো সেমেকি আছিল। সেইদিনা তাৰ নাইট ডিউটি আছিল। ৰাতি ন মান বজাত অৰ্পণ সোমাই গৈছিল মিতালীৰ ৰুমলৈ। মিতালীৰ ওচৰত থকা বিছনাখনত শুই আছিল মনালী। বেচেৰী এই কেইদিন মাকৰ শুশ্ৰূষা কৰি কৰি ভাগৰি পৰিছে। মিতালীৰ শুই থকা মুখখনলৈ চাই অৰ্পণৰ খুব মৰম লাগিছিল। হাঁহি-মাতি ফুৰা চঞ্চল মিতালীজনীক সি এনেকৈ লগ পাব বুলি জানো কেতিয়াবা ভাবিছিল? মিতালীৰ নাকে-মুখে সিঁচৰতি হৈ আছিল কেইডালমান চুলি। অৰ্পণে ঠিক কৰি দিছিল, তাৰ পিছত সি মিতালীৰ পালছ্ চাইছিল। ইৰেগুলাৰ। সি লৰালৰিকৈ ওলাই গৈছিল ছিস্টাৰৰ ডিউটি ৰুমলৈ। গোটেই হস্পিটেলৰ ভয়লগা নীৰৱতাখিনি দূৰ কৰিবলৈকে যেন অকলশৰীয়া নাইট ডিউটিৰ ছিস্টাৰজনীয়ে পিয়ানোটো বজায়। পিয়ানোৰ সুৰত ভাহি উঠিছিল এক কৰুণ সুৰ। মনটো বেয়া লাগিছিল অৰ্পণৰ।

"ছিস্টাৰ!" ডাক্তৰৰ মাতত তাই চঁক্ খাই উঠিল। "পেছেণ্ট অফ্ ৰুম নাম্বাৰ্ ফাইফ ইজ্ ইন্ এ বেড কনডিছন; প্লিজ ৱাচ্চ হাৰ কেয়াৰফুলি।"

ছিস্টাৰ আৰু অৰ্পণ সোমাই গৈছিল মিতালীৰ ৰুমলৈ। অৰ্পণে ছিস্টাৰক কৈছিল, "ছিস্টাৰ, ৰেক আপ হাৰ ডটাৰ প্লিজ।"

ছিস্টাৰৰ মাতত মনালী সাৰ পাইছিল। তাই সুধিলে "কি হ'ল?"

"বিশেষ একো নাই, মাত্ৰ মামীক চাবাঁ। ছিস্টাৰ ইয়াতে থাকিল। মই ওচৰৰে ৰুমটোত আছো। কিবা দিগদাৰ হ'লে মাতিবাঁ দেই।"

"বাৰু।" মনালীয়ে মূৰ দুপিয়াইছিল। আৰু এতিয়া ছিস্টাৰে ইন্‌ফৰমেছন পঠাইছে "Pt. serious. Vomitting blood. Come immediatly." লৰালৰিকৈ শ্বাৰ্টটো পিন্ধি লৰি আহিছিল অৰ্পণ। তাৰ মৰমৰ মিতাক সি বচাবই লাগিব।

মাকৰ ভৰিৰ ফালে বহি মনালীয়ে উচুপি আছিল। ছিস্টাৰজনীয়ে কি কৰিম, কি নকৰিম ভাব এটা লৈ ইফালে সিফালে চাইছিল। "ছিস্টাৰ, ব্ৰিং ওৱান কৰামিন্।"

কৰামিন্ মিতালীক দিয়া হৈছিল। অৰ্পণে ছিস্টাৰক কৈছিল "ছিস্টাৰ, ইনফৰ্ম ডক্তৰ ব্যাৰি, এণ্ড ৱি নিড্ ওৱান এক্সট্ৰা নাৰ্ছ।" লৰি ওলাই গৈছিল ছিস্টাৰ।

হঠাতে চকু মেলি অবাক দৃষ্টিৰে মিতালীয়ে অৰ্পণলৈ চালে। দুৰ্বল কণ্ঠেৰে মিতালীয়ে কৈ উঠিল, "অৰ্পণদা……তুমি? মোৰ… …তেনেহ'লে মৃত্যু তোমাৰ হাততেই। ……তুমি ইমানদিন মোৰ ওচৰলৈ কিয় অহা নাছিলা?……উঃ……ভগৱান……ধন্যবাদ! অৰ্পণদা……মনা……মনা ক'ত?" কান্দি কান্দি মনালী উঠি গৈছিল মাকৰ ওচৰলৈ।

অৰ্পণ অধৈৰ্য্য হৈ পৰিছিল। মনালীয়ে অবাক হৈ চাই ৰৈছিল মাকলৈ, অঁকৰাৰ দৰে। উত্তেজিত হৈ পৰিছিল অৰ্পণ। মুখৰ বান্ধ তাৰ সুলকি পৰিছিল……"মিতা, মিতা, তুমি ধৈৰ্য ধৰাঁ, কথা তুমি নক'বাঁ। ক'লে বেয়া হ'ব। তোমাক মই ভাল কৰিমেই।"

মিতালীয়ে আকৌ কৈ উঠিছিল, "……ভাল……মোৰ…… ভাল হ'ব নেলাগে……মই তোমাক……বহুত……বহুত অন্যায় কৰিলো……মৃত্যুৰ সময়ত তুমি……মোক ক্ষমা কৰাঁ,……কোৰাঁ, কোৰাঁ……কৰিবা? তুমি……মনাক চাবাঁ……মনা তোমাৰেই… …ছো।" ৰৈ গ'ল মিতালী। অৰ্পণ লৰালৰিকৈ কৰামিন্ এটা দিলে। মিতালী ইতিমধ্যে কোনোবা ঠাইলৈ গুচি গৈছিল। মিতালীৰ মুখখন অৰ্পণে কাপোৰেৰে ঢাকি ধৰিলে। তাৰ পিছত হুকহুককৈ



কান্দি দিলে। জীৱনত সেয়া সি প্ৰথম কান্দিছে। মনালীয়ে চিঞৰি চিঞৰি কান্দিছিল। তাই অৰ্পণক জোৰেৰে সাবট মাৰি ধৰিলে। লৰি অহা ড° ব্যাৰি আৰু ছিস্টাৰ ৰৈ গ'ল দুৱাৰ-মুখতে। কান্দোনৰ মাজতে যেন মনালীয়ে কিবা এটা সুখ পালে কাৰণ মাক হেৰাই গ'ল যদিও তাইক দি গ'ল মাকৰ দৰেই মৰম দিব পৰা এজন মানুহক। অৰ্পণক সাবটি ধৰি মনালীয়ে কথাষাৰ উপলব্ধি কৰিলে।